সমবায় গ্ৰন্থমালা—৪

# সমকালীন গল্প



সম্পাদক

যোগেশ দাস

অসম লেখক সমবায় সমিতি লিঃ
গুৱাহাটী : ১৯৮৪

SAMAKALIN GALPA : An anthology of Assamese short stories by various writers, edited by Shri Jogesh Das and published by Asom Lekhak Samabaya Samity Ltd., Guwahati, 1984. Price Rupees Eighteen only.

প্ৰকাশক

অসম লেখক-সমবায় সমিতি লিঃ

গুৱাহাটী

১৯৮৪ চন

প্ৰচ্ছদপট

শ্ৰীধ্ৰুৱ ডেকা

মুদ্ৰক

বাণী প্ৰিণ্টাৰ্ছ

ৰাজগড়, গুৱাহাটী

মূল্য ওঠৰ টকা মাথোন

# আমাৰ বক্তব্য

অসম লেখক সমবায় সমিতি লিঃৰ সম্পাদক ৰূপে ইয়াকে কব খোজোঁ যে আমাৰ সমবায়ৰ তৰফৰ পৰা এই অসমীয়া গল্প সংকলনটি বাহিৰলৈ আগবঢ়াবলৈ পাই গৌৰৱ বোধ কৰিছোঁ। আমি নিজকে গল্পকাৰ বুলি কব নোৱাৰিলো। কিন্তু গল্প-বস্তুৰ প্ৰতি এটা নিচা আগৰ পৰাই আছে। সেই কাৰণে অসম লেখক সমবায় সমিতি লিঃৰ পৰা গল্প সংকলন এটা প্ৰকাশ কৰিবলৈ হাউঁহি এটা পোষণ কৰি আছিলোঁ। আমাৰ লেখক সমবায়ে কামটো কৰিবলৈ ওজোৱাত শ্ৰীযুত দাস ডাঙৰীয়াক ইয়াৰ সম্পাদনাৰ দায়িত্ব দিয়ে। তেখেতৰ যত্নৰ ফলত "সমকালীন গল্প" পুথিখন বাহিৰৰ আগলৈ উলিয়াব পৰা হ'ল। এতিয়া বাহিৰৰ কাজৰ পৰা সেইমতে সহাঁৰি পালে লেখক সমবায় খন উপকৃত হব। এই হেতুকে আমি সম্পাদক শ্ৰীযুত দাস আৰু সংকলনৰ সমূহ মাননীয় লেখকলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

শ্ৰীভাৰত চন্দ্ৰ গোস্বামী
সম্পাদক
অসম লেখক সমবায় সমিতি লিঃ

গুৱাহাটী,
৮।২।৮৪ ইং

# অসম লেখক সমবায় সমিতি লিঃ, গুৱাহাটী

বৰ্তমান ব্যৱস্থাপক সমিতিৰ সদস্যবৃন্দ—

শ্ৰীফণী তালুকদাৰ—সভাপতি
শ্ৰীৰাম গোস্বামী—উপ-সভাপতি
শ্ৰীযোগেশ দাস—সদস্য
ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য—সদস্য
ডঃ ললিত চন্দ্ৰ বৰা—সদস্য
শ্ৰীভগৱান মৰল—সদস্য
শ্ৰীকৃষ্ণগোপীমোহন পাঠক—সদস্য
শ্ৰীভাৰত চন্দ্ৰ গোস্বামী—সম্পাদক
ডঃ হেমন্ত কুমাৰ শৰ্মা—সদস্য

# পাতনি

"সমকালীন গল্প" নামকৰণেই নিশ্চয় সূচায় যে এই অসমীয়া গল্প-সংকলনটিৰ যোগে আমি আমাৰ ভাষাত সম্প্ৰতি কেনে ধৰণে গল্প লিখা হৈ আছে তাক চাবলৈ চেষ্টা কৰিছোঁ। কিন্তু আমি পাঠক-পাঠিকাক আগ ধৰি কব খোজোঁ যে বৰ্তমানৰো পূৰ্বৰ ৰামধেনু আৰু আৱাহন যুগৰ কেইজনমান গল্পকাৰৰ পৰা আৰম্ভ কৰি এতিয়াৰ নবীন লিখকলৈকে সামৰি লবলৈ আমি চেষ্টা কৰিছোঁ। ইয়াৰে কিছুমান লিখক অসম লেখক সমবায় সমিতি লিঃৰ লগত জড়িত। আমাৰ আশা, সংকলনৰ গল্পবিলাকৰ পৰা পাঠক-পাঠিকাই এই শ্ৰেণী জনপ্ৰিয় সাহিত্যৰ বিকাশ আৰু পৰিবৰ্তনৰ এটা আভাস পাব। তদুপৰি, আধুনিক জীৱন-ধাৰাৰ নৈতিক প্ৰশ্ন, সমসাময়িক সমাজ-জীৱনৰ প্ৰতিচ্ছবি তথা সমালোচনা, কলাসুলভ ৰসসৃষ্টি, মানুহৰ সাধাৰণ দুৰ্বলতা-জনিত হাস্যকৰ পৰিস্থিতি ইত্যাদি বিষয়ো এইবিলাক গল্পৰ মাজেদি প্ৰকাশ পাইছে—সেইবোৰ পাঠক-পাঠিকাই নিজেই আস্বাদন কৰিব পাৰিব।

বিশ্বৰ সকলো ভাষাতে চুটিগল্প প্ৰকাশ পোৱাটো শিল্প-যুগৰ পৰিবৰ্তিত সামাজিক জীৱনৰ এটা লক্ষণ বুলি পৰিগণিত হৈছে। পাশ্চাত্যত, বিশেষকৈ পশ্চিম ইউৰোপত, যি ধৰণৰ শিল্প-বিপ্লৱ হৈছিল তেনে পৰিবৰ্তন অৱশ্যে আমাৰ দেশত হোৱা নাছিল। কিন্তু দেশে দেশে বেপাৰ-বাণিজ্যৰ প্ৰসাৰ সেই শিল্প-বিপ্লৱৰে উপজাত পৰিণাম, যি পৰিণামে আমাৰ প্ৰাচীন দেশখনলৈ ইউৰোপৰ বিভিন্ন জাতিক লৈ আহে। পাশ্চাত্যৰ সৈতে এই সংস্পৰ্শই বৈজ্ঞানিক প্ৰগতিৰে সৈতে আমাৰ দেশ সমন্বিতে প্ৰায় গোটেই বিশ্বকে নতুন পথেদি যাবলৈ উদগনি দিলে। অন্যান্য দেশত হওক-নহওক, আমাৰ দেশত হলে বিজ্ঞান, প্ৰযুক্তিবিদ্যা, নতুন শাসন-পদ্ধতি, নতুন শিক্ষা-ব্যৱস্থাৰ লগতে

—বৃটেইনৰ দীঘলীয়া ৰাজত্বৰ ফলত—পাশ্চাত্যৰ সাহিত্যয়ো প্ৰভাৱ বিস্তাৰ কৰে। গল্প, উপন্যাস, খণ্ড-কবিতাৰ ৰচনা, নতুন পদ্ধতিৰে নাটক, কাব্য আৰু জীৱনী ৰচনা, বেজবৰুৱা-ৰজনী বৰদলৈ-সত্য বৰাৰ খুহ-তীয়া ৰচনা ইত্যাদি তাৰেই পৰিণাম। ইংৰাজ, ফৰাচী, মাৰ্কিণ কবি সাহিত্যিকৰ কথাই নাই, আনকি ধৰ্ম প্ৰচাৰ কৰিবলৈ অহা মিছনেৰী সকলেও আমাক আধুনিক পদ্ধতিৰে ব্যাকৰণ, অভিধান, গল্প-উপন্যাস লিখিবলৈ শিকালে। এনেকৈয়ে আমাৰ ভাষালৈ গল্প-সাহিত্য আহিল। ই আধুনিক শিল্প-বিপ্লৱৰ প্ৰত্যক্ষ ফল নহলেও পৰোক্ষ ফল। চুটি ৰচনাৰ প্ৰতি প্ৰৱণতা বঢ়াটো আধুনিক যুগৰে এটা লক্ষণ বুলি কব পাৰি। আজিৰ মানুহৰ সময় কম, জীৱন যাত্ৰাৰ গতিবেগ ক্ষীপ্ৰ হৈ পৰিছে, গতিকে আজিৰ মানুহে চুটি ৰচনাৰেই পঢ়াৰ সোৱাদ লবলৈ বিচাৰে, গল্প, একাঙ্ক নাট, ৰস ৰচনা, খণ্ড-কবিতা ইত্যাদি তাৰেই দৃষ্টান্ত। আলোচনীবিলাকে এনে চুটি ৰচনাৰ যোগান ধৰিব আহিছে—বোধহয়, আলোচনীৰ সংখ্যা দিনে দিনে বাঢ়ি যোৱাৰ কাৰণ সিও এটা। আমেৰিকা যুক্তৰাজ্যত চুটিগল্পৰ জনপ্ৰিয়তা বৃদ্ধি কৰে আলোচনী বিলাকেই। ভাৰতৰ বিভিন্ন-ভাষাৰ আলোচনীবিলাকেই চুটিগল্প লিখাৰ প্ৰধান বাহন হৈ আহিছে। অৰুণোদই, জোনাকী, বাঁহী আদি আলোচনীৰ যোগেদি উন্নতি কৰি আহি আহি আৱাহনৰ পাতত অসমীয়া চুটিগল্পই এটা নিটোল, সুদৃঢ় ৰূপ পৰিগ্ৰহ কৰে। ৰামধেনুৰে যুদ্ধোত্তৰ কালৰ যুগান্তৰৰ বতৰা বিভিন্ন দিশৰ পৰা বিলোৱাৰ কথা আমি সকলোৱে স্বীকাৰ কৰোঁ; সেই বৈশিষ্ট্যৰ ভালেখিনি ৰামধেনু যুগৰ গল্প-সাহিত্যতো প্ৰকাশ পায়।

আলোচনীৰ প্ৰসঙ্গত আমি লক্ষ্য কৰিছোঁ যে অতি সাম্প্ৰতিক কালত আমাৰ দেশৰ আলোচনীবিলাক প্ৰধানতঃ সমালোচনামূলক আৰু তথ্যানুসন্ধানী হৈ পৰিছে। বোধহয় নানান কাৰণত যি ব্যাপক সামাজিক ক্ষোভৰ সৃষ্টি হৈছে তাৰ কাৰণেই দোষ-ত্ৰুটীৰ অনুসন্ধান কৰাৰ প্ৰৱণতা গোটেই ভাৰততে বৃদ্ধি পাইছে। অসমীয়া

ভাষাতো আজি বহুত আলোচনী, বাৰ্তালোচনী, বাতৰি কাকত ওলাইছে ; আকাৰ আৰু প্ৰকাৰতো এইবিলাক বিচিত্ৰ । নানান ক্ষোভৰ কথা এইবিলাকে প্ৰকাশ কৰিছে ; বহু অন্যায়ৰ তথ্যাদি উদ্‌ঘাটন কৰিছে । অন্যায়, দুৰ্নীতি, প্ৰশাসনীয় ত্ৰুটী, ৰাজনৈতিক কৌশল আদিৰ কথা জানিবলৈ পঢ়ুৱৈ সমাজ উৎসুক ; সাময়িক পত্ৰিকাবিলাকে তেওঁলোকৰ কৌতূহল চৰিতাৰ্থ কৰিছে । এনে বিশেষ সমালোচনাশীল প্ৰৱণতা সত্বেও প্ৰত্যেক খন পত্ৰ-পত্ৰিকাই এটোটা বা একাধিক চুটিগল্পও প্ৰকাশ কৰি আহিছে । হয়তো সামাজিক সমালোচনাৰ সাধাৰণ ভঙ্গীয়েই গল্পবিলাকতো দেখা গৈছে, তথাপি চুটিগল্পক এৰাই চলিব পৰা নাই । ইয়াতেই চুটিগল্পৰ জনপ্ৰিয়তা আৰু গুৰুত্ব প্ৰমাণিত হৈছে ।

ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ দিনৰ পৰা অসমীয়া চুটিগল্পই এটা নিৰ্দিষ্ট পথেদি আগুৱাই আহি আছে । তেওঁৰ দিনৰ ধ্যান-ধাৰণা, সামাজিক চিত্ৰ, সমাজৰ সমালোচনা, গল্প-ৰচনাৰ শিল্পগুণ আদি আজিৰ দিনত বহুতো বিকশিত হৈ উঠিছে । আৱাহন, ৰাম-ধেনু আদি যুগৰ মাজেদি আহোঁতে অসমীয়া চুটিগল্পই নানান নতুন নতুন দৃষ্টিভঙ্গী আৰু আঙ্গিকৰ মাজেদি আহিছে । কিন্তু একো একোটা বিশিষ্ট স্কুল বা গোষ্ঠীৰ সৃষ্টি হৈছে বুলি কব নোৱাৰি । মোপাছাঁ আৰু চেকভক যদি বিশ্বৰ গল্প-সাহিত্যৰ দুটা পৃথক ধাৰা বুলি ধৰা হয় তেন্তে তেনে স্পষ্ট ধাৰা আমাৰ সাহিত্যত প্ৰতিষ্ঠিত হৈছে বুলি কোৱা টান । বামপন্থী ভাবধাৰাই প্ৰচাৰ বিস্তাৰ কৰিছে নিশ্চয়, যেনেকৈ গান্ধীবাদী আন্দোলন, সমাজবাদ আদিৰো প্ৰভাৱ পৰিছে । কেতিয়াবা একোবাৰ কাফ্‌কাৰ অনুকৰণ, কেতিয়াবা জঁা পল ছাৰ্ট্ৰৰ অনুশীলন হোৱাও দেখা গৈছে । ছিগমুণ্ড ফ্ৰয়েডৰ মনো-বিশ্লেষণৰ প্ৰভাৱতো আছেই । কিন্তু এইবিলাক প্ৰভাৱে একো একোটি গোষ্ঠী তৈয়াৰ কৰিছে বুলি কবলৈ টান । জইচ, উলফ আদিৰ চেতনাস্ৰোতৰ অনুশীলন কৰাও কোনো কোনোৱে দেখিছে ; কিন্তু সম্প্ৰতিকৈ এই ক্ষেত্ৰত কাকো লাগি থকা দেখা নাযায় । আমাৰ

কৰৰ মন যায় যে বিশ্বৰ বিভিন্ন দিশত যি চিন্তা-চৰ্চা নতুন নতুনকৈ হৈ আহিছে তাৰ প্ৰতি আমাৰ নবীন লেখক-লেখিকাই সজাগতা দেখুৱাই আহিছে ; কিন্তু তেওঁলোকে সেই সজাগতা সত্বেও তাতেই আত্মবিলুপ্তি নঘটাই অসমীয়া সাহিত্যৰ মাজতে এক স্বতন্ত্ৰ পথেৰেই গল্প ৰচনা কৰি গৈছে ।

কিন্তু এই কথা ঠিক যে সময়ৰ পৰিবৰ্তনৰ চিন অসমীয়া গল্প-সাহিত্যই বহন কৰি আহিছে। বেজবৰুৱাৰ দিনত পাশ্চাত্যৰ সংস্পৰ্শত নতুনকৈ গঢ় লোৱা সমাজখনৰ চিত্ৰ বিভিন্ন লিখকৰ গল্পত ফুটি উঠিছিল । বেজবৰুৱা, দণ্ডীনাথ কলিতা, শৰৎ চন্দ্ৰ গোস্বামী, নকুল চন্দ্ৰ ভূঞা আদিৰ গল্পত তাৰ পৰিচয় আছে । আৱাহন যুগত ৰমা দাশ, কৃষ্ণ ভূঞা, মুনীন বৰকটকী, চৈয়দ আব্দুল মালিক আদিৰ গল্পবিলাকে শিক্ষিত মধ্যবিত্ত যুৱক-যুৱতীৰ মানসিক সংঘাত দাঙি ধৰে ; এই যুগতে বামপন্থী আদৰ্শৰ দ্বাৰা উদ্বুদ্ধ হৈ লক্ষ্মীধৰ শৰ্মা, ত্ৰৈলোক্যনাথ গোস্বামী, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আদিয়ে নিপীড়িতৰ প্ৰতি সম্বেদনা প্ৰকাশ কৰি সমাজ-সচেতনতা প্ৰদৰ্শন কৰে । ( অৱশ্যে মালিক আৰু ভট্টাচাৰ্যক আৱাহন যুগৰ সামৰণিৰ ফালৰ বুলিলেহে ঠিক হব । ) এই যুগতে নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে মানসিক সংঘাতৰ গল্প লিখিও গোৱালপৰীয়া গাৰোঁৱা চৰিত্ৰৰ পৰিস্ফুটনত বিশেষ ৰূপ দেখুৱায় । দ্বিতীয় বিশ্বযুদ্ধৰ পিছত যেতিয়া ৰামধেনু যুগ আৰম্ভ হ'ল তেতিয়া অসমীয়া লোকৰ মানসিক দিগন্ত বহল হৈ যোৱাৰ ফলত নবীন লেখকসকলে বিচিত্ৰ অভিজ্ঞতাৰ প্ৰকাশ দিবলৈ ধৰিলে । সামাজিক সমালোচনা এহাতে তীক্ষ্ণ হৈ উঠিল, আন হাতে মানসিক সংঘাত তথা মনোবিশ্লেষণৰ প্ৰৱণতাও নতুনকৈ দেখা গ'ল । মাৰ্ক্স আৰু ফ্ৰয়েডৰ প্ৰভাৱৰ উপৰি এই সময়তে ছাৰ্ত্ৰ, কাফ্‌কা, চেতনাস্ৰোত আদিৰ অনুশীলন কৰিবলৈ লোৱা দেখা যায় । এইবিলাকেই প্ৰমাণ কৰিছে যে বহিঃবিশ্বত যি পৰিবৰ্তন হৈছে, আমাৰ নিজৰ দেশতো যি পৰিবৰ্তন হৈছে, তাৰ প্ৰতি সমাজৰ অন্যান্যৰ সৈতে আমাৰ গল্পকাৰ

সকলো সচেতন হৈ আহিছে। সেয়ে তেওঁলোকৰ গল্পত তাৰ চিন ফুটি উঠা দেখা গৈছে।

সামাজিক সচেতনতাৰ কথা আৱাহন আৰু ৰামধেনু যুগত ব্যক্ত হৈ আহিছে বুলি কৈ আহিছোঁ। ইয়াৰ লগত সমসাময়িক ৰাজনৈতিক আন্দোলনবিলাকৰো পৰোক্ষ প্ৰভাৱ জড়িত হৈ আছে। গান্ধীজীয়ে হৰিজনক তুলি ধৰি আৰু নাৰীক বাহিৰলৈ উলিয়াই আনি প্ৰাচীন সমাজ ব্যৱস্থাত কুঠাৰাঘাত কৰিলে; তেওঁ স্বাধীনতা আন্দোলনক গণ-আন্দোলন কৰি তুলি সকলো ভাৰতবাসীকে গণতন্ত্ৰ আৰু স্বাধিকাৰৰ স্বাদ দিলে। এই যে পানীদুৱাৰ খুলি দিয়া হ'ল তাক আৰু বন্ধ কৰিবৰ কোনো উপায় নাই। সেই কাৰণেই আমাৰ দেশত ক্ৰমবৰ্দ্ধমান অন্যায়, দুৰ্নীতি, বঞ্চনাৰ ক্ৰমাৎ বেছি সমালোচনা হবলৈ ধৰিছে। এই সমালোচনা অতি সাম্প্ৰতিক সময়ত তীব্ৰভাৱে হৈছে। এনে তীব্ৰতাৰ কাৰণ বিচাৰি আজিৰ আমাৰ চৌপাশে চলি থকা নানা ধৰণৰ খেলি-মেলিবোৰলৈ চালেই হয়। আমাৰ চৌপাশত যদি ক্ষোভৰ কাৰণ আছে তেনেহলে তাৰ প্ৰতিফলন সাহিত্যত হোৱাই স্বাভাৱিক। আমি মনত ৰখা উচিত যে আজিৰ সময়টো ক্ৰমানুয়ে ডেকাচামৰ হাতলৈ যাব ধৰিছে। এই চামে চকুৰ আগতে বহুত বঞ্চনা, বহুত প্ৰবঞ্চনা দেখিবলৈ পাইছে। ভৱিষ্যৎ কালত কি হবগৈ পাৰে তেওঁলোকে বুজি পাইছে। সেই কাৰণে তেওঁলোক বিতুষ্ট, ক্ৰুদ্ধ, অধৈৰ্য হোৱা স্বাভাৱিক। সেই কাৰণেই ডেকাচাম গল্পকাৰৰ ৰচনাত তাৰ প্ৰতি-ফলন ঘটা দেখা গৈছে।

আমাৰ সংকলনত যে ওপৰত কৈ অহা ধৰণে সমাজ-মানসৰ প্ৰতিফলন ঘটাব পৰা হৈছে আমি এনে কথা কবলৈ নেখাওঁ। ইয়াৰ এটা কাৰণ বহু চেষ্টা কৰিও আমি কেবাজনো প্ৰথিতযশা লেখকৰ গল্প সংকলনত সন্নিবিষ্ট কৰিব নোৱাৰিলোঁ—কিবা কাৰণত তেওঁ-লোকে সময়মতে আমাৰ অনুৰোধ ৰক্ষা কৰি গল্প দিব নোৱাৰিলে। তথাপি ইয়াত যিবিলাক গল্প দিয়া হ'ল সেইবিলাকে আমি

ওপৰত আলোচনা কৰি অহা ধৰণে অসমীয়া গল্প প্ৰচেষ্টাৰ এটা আভাস দাঙি ধৰিব পাৰিব বুলি আশা কৰিছোঁ। আমি প্ৰথমেই কৈ আহিবৰ দৰে সমসাময়িক সামাজিক ঘটনাৰ প্ৰতিধ্বনি আৰু বৰ্তমান সমাজৰ সূক্ষ্ম বিশ্লেষণ কেবাটাও গল্পতে ফুটি উঠিছে। মানসিক সংঘাতৰ চিত্ৰও পাঠকসকলে দেখিবলৈ পাব। তথাপি শেষ বিচাৰৰ ভাৰ আমি আমাৰ পাঠক সমাজলৈকে এৰিলোঁ! আমাৰ ত্ৰুটী-বিচ্যুতি আৰু সীমাবদ্ধতাৰ বিষয়ে আমি সজাগ—তাৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰিলো।

আমাৰ অনুৰোধ ৰক্ষা কৰি যিসকল লেখক-লেখিকাই এই সংকলনলৈ নিজৰ নিজৰ গল্প পঠাই আমাক পৰম সহায় কৰিলে সেই সকলৰ এইখিনিতে আমি ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ।

গুৱাহাটী, যোগেশ দাস

২০ ফেব্ৰুৱাৰী ১৯৮৪

# সূচীপত্ৰ

# শিক্ষকৰ শেষ পাঠ

শ্ৰীমতী সুপ্ৰভা গোস্বামী

এইটো সকধন ৰৰা নামেৰে এজন সাধাৰণ পাঠশালা স্কুলৰ পণ্ডিতৰ কাহিনী।

নগাওঁৰ কামপুৰ অঞ্চলৰ কপিলী নদীৰ দক্ষিণ ফালে থকা গোটেই কেইখন গাওঁতে সকধন ৰৰাৰ শিক্ষক হিচাবে বৰ নাম আছিল। প্ৰকৃত বিদ্যোৎসাহী, অনলস, সৰল স্বভাৱ আৰু সৎসাহস আদি আদৰ্শ শিক্ষক জনোচিত বহুবিধ গুণৰ বাবে সেই সময়ত সকধন পণ্ডিতক সকলোৱে শ্ৰদ্ধা কৰিছিল, ভাল পাইছিল। আনকি স্কুল পৰিদৰ্শক সকলো সকধনৰ পাঠশালাৰ ছাত্ৰ বিলাকৰ শিক্ষা আৰু চৰিত্ৰৰ মান দেখি অতি সন্তুষ্ট আছিল। এই কাৰণে চৰকাৰী পৰিদৰ্শক সকলৰ মনতো সকধন ৰৰাই এখন শ্ৰদ্ধাৰ আসন অৰ্জন কৰি লৈছিল।

উনৈচশ বিয়াল্লিচৰ গণ-আন্দোলনৰ সময়ত, আমাৰো গাৱেঁ ভুঞে সকলোতে জনগণৰ বিৰাট জাগৰণ হ'ল। ইংৰাজ খেদা, 'কৰেঙ্গে ইয়া মৰেঙ্গে', 'Quit India', 'ভাৰত ছোৰো' আদি নানা 'শ্লোগান'ৰ হুহুংকাৰত অসমৰ গগন পৱন বিদীৰ্ণ হৈ পৰিল। এই আন্দোলনৰ ঢেঁৰা নগাওঁ অঞ্চলতেই অধিকৰূপে পৰিছিল। ধৰা[illegible]ৰা, পলায়ন, ষড়যন্ত্ৰ ইত্যাদি নগাওঁতে বেছি পৰিমাণে হৈছিল। [illegible] গোটেই অঞ্চলতে আমেৰিকান, ইংৰাজ, নিগ্ৰো, জাঠ, গুৰ্খা আদি সৈন্যই পিয়াপি দি ফুৰিছিল। মানুহৰ দিনটো আহিলে ৰাতিটো নুপুৱায়, ৰাতিটো পুৱালে দিনটো নাযায় যেন অৱস্থা। প্ৰায় প্ৰত্যেক ঘৰে ঘৰেই এজন দুজন ডেকাজনা আন্দোলনত জড়িত আছিল। এই সোঁতত একো একোখন গাওঁত দেশী-বিদেশী সৈন্য সকল সোমাই

অকথ্য অত্যাচাৰ, উৎপীড়ন কৰিছিল। মতা-তিৰোতা, ডেকা-বুঢ়া, লৰা-ছোৱালী নিৰ্বিশেষে।

দেশ-কাল কঁপাই দিয়া এই আন্দোলনৰ উত্তেজনা সৰুধন বৰা পণ্ডিতৰ গাওঁ চাংচুকীতো বিয়পি পৰিল। প্ৰথম ছোৱা সময়ত নানা গগন বিদাৰি শ্লোগানৰ চিঞৰ, পাঠশালাৰ ছাত্ৰসকলৰ পড়া এৰি সমদলত যোগ দি বগাটুপী পিন্ধি হাতত নিচান লৈ, হুলস্থুল চিঞৰ বাখৰ কৰি 'শ্লোগান' গাই ফুৰা অৱস্থাত, সৰুধন পণ্ডিতে দূৰে দূৰে আন্দোলনৰ বেহ ৰূপকে নিৰক্ষীণ কৰি আছিল আৰু পাৰ্য্যমানে লৰাহঁতক আন্দোলনত যোগ দিয়াৰ পৰা বিৰত ৰাখিবলৈ যত্ন কৰিছিল। শেষত যেতিয়া তেওঁৰ পাঠশালাৰ ওপৰ শ্ৰেণীৰ ভাল ভাল বৃত্তি পাবলগীয়া লৰাহঁতো আন্দোলনত যোগ দিবলৈ গ'ল, আৰু গৈ মিলিটাৰীৰ অত্যাচাৰত কাৰো মূৰ ফাটিল, কাৰো হাত-ভৰি ভাগিল, কোনোবা বা মৰিয়েই গ'ল, আনকৌ কাৰোবাক হয়তো ধৰিয়েই লৈ গ'ল আৰু লগে লগে সেই লৰাহঁতৰ ঘৰ বিলাকতো নানা অত্যাচাৰ উৎপীড়ন চলাব ধৰিলে, তেতিয়া আৰু সৰুধন পণ্ডিতে মনে মনে থাকিব নোৱাৰিলে।

তেওঁ প্ৰথমতে লৰাবিলাকৰ অভিভাৱকসকলক লগ ধৰিলে, যাতে ল'ৰাহঁতে গোলমালত যোগ দিব নোৱাৰে, তাৰে দিহা পৰামৰ্শ কৰিলে। কিন্তু সেই সময়ৰ, সেই উত্তেজনাময় বিৰাট বিপ্লৱৰ পৰা, দেশৰ ডেকা শক্তিক ৰোধ কৰি ৰখাৰ শক্তি অভিভাৱকসকলৰ নাছিল বুলিলেও বঢ়াই কোৱা নহয়। বিশেষকৈ গাৱঁলীয়া অঞ্চল বিলাকত, ঘ'ত চাউল, নিমখ, কেৰাচিন, চেনি, ঔষধ, কাপোৰ ইত্যাদিৰ বাবে হাহাকাৰ লাগিছিল, আৰু লগে লগে চলিছিল মিলিটাৰী আৰু পুলিচৰ নানা ৰকমৰ পীড়ন।

অৱশেষত সৰুধন পণ্ডিতে চৰকাৰৰ পক্ষৰ পৰাই সহায় পোৱাৰ আশাত, গাওঁতে থকা দাৰোগা, চিপাহী আদিৰ ওচৰলৈ গ'ল। তেওঁলোকক কাবৌ কাকুতি কৰি বুজাবলৈ যত্ন কৰিলে যে লৰাবিলাকে

আচলতে এনে একো দোষণীয় কাম কৰা নাই, যাৰ বাবে সিহঁতৰ ওপৰত মাৰধৰ আদি অত্যাচাৰ কৰা হৈছে। ল'ৰাবিলাকক অলপ বুজাই বঢ়াই কলেই ঠাণ্ডা হ'ব। নহলে বহুতো লিখাই পঢ়াই চোকা চোকা লৰাৰ ভৱিষ্যৎ নষ্ট হৈ যায়, ইত্যাদি। নানা প্ৰবন্ধ কৰি ইন্স্‌পেক্টৰৰ পৰা সিজনলৈ অহা-যোৱা কৰিও, সৰুধন বৰা পণ্ডিতে কাৰো পৰা একো সহায় বা সহানুভূতি নাপালে।

ভাবিচিন্তি একো তত্‌ভত্‌ নাপাই, নিজৰ স্কুলঘৰতে গধূলি গধূলি লৰাহঁতক গোট খুৱাই, নানা প্ৰকাৰ পুথিপত্ৰৰ আলোচনা কৰি, মাজে মাজে গাজি মাহ তিয়াই চুৰ্চুৰীয়াকৈ নাম পাতি, লৰাহঁতক আন্দোলনৰ উত্তেজনাৰ পৰা দূৰত ৰাখিবলৈ চেষ্টা কৰিব ধৰিলে। এই বিষয়ত তেওঁ কিছু কিছু কৃতকাৰ্য্যও হৈছিল।

কিন্তু সৰুধন পণ্ডিতৰ কপালত হিতে বিপৰীত ফল ফলিয়ালে। গাওঁতে থকা দাৰোগা চিপাহী আদি, কেইজনমান ধামাধৰা লোকে, বৰমূৰীয়া চাহাবসকলৰ সুদৃষ্টি লাভৰ আশাত, সৰুধন বৰা পণ্ডিতে ৰাতি ৰাতি লৰাহঁতক গোট খুৱাই, উত্তেজনামূলক চৰ্চা কৰে বুলি চৰকাৰৰ কাণ চুৱালে। ফলত এদিন ৰাতিপুৱা কিছুমান মিলিটাৰী চিপাহী আহি স্কুলঘৰটো ঘেৰাও কৰি লৈ, সৰুধন পণ্ডিতক হাত-কেৰেয়া লগাই 'গ্ৰেপ্তাৰ' কৰি লৈ গ'ল।

পণ্ডিত, ছাত্ৰ, ৰাইজ সকলোৱেই প্ৰথমতে ঘটনাৰ আকস্মিকতাত হতভম্ব হৈ বৈ আছিল। সৰুধন পণ্ডিতৰ হাতত হাত কেৰেয়া লগোৱাৰ ধাতৱ শব্দ কাণত পৰা মাত্ৰকেই ৰাইজ জিকাৰ খাই উঠিল। 'বন্দে মাতৰম' 'ইনকিলাপ জিন্দাবাদ' 'কৰেঙ্গে ইয়া মৰেঙ্গে' আদি ধ্বনিত চাংচুৰী গাওঁৰ আকাশ বতাহ কঁপি উঠিল।

সৰুধন পণ্ডিতক সেই কোলাহল আৰু বিশৃংখলতাৰ মাজতে মিলিটাৰী গাড়ীত ভৰাই লৈ গ'ল। কিছুমান দিনলৈ গাওঁৰ চৰা ঘৰে ঘৰে, বাজনী ঘৰৰ, বৰ ঘৰৰ মজিয়াই মজিয়াই, নাম ঘৰত, য'তে দুই-চাৰি লোক গোট খায়, তাতেই সৰুধন পণ্ডিতৰ 'গ্ৰেপ্তাৰ'ৰ বিষয়ে হোৱাই

নোহোৱাই নানা কথা কোৱা কুই হ'ব ধৰিলে। লাহে লাহে সময়ৰ গুণতেই উখল-মাখলৰ শাম কাটিল। সকধন বৰা পণ্ডিতৰ কথাও তল পৰিল।

ইয়াৰ পাচত কেবা বছৰো সকধন পণ্ডিতৰ কোনো খবৰ নাই। মানুহে লাহে লাহে তেওঁৰ কথা পাহৰা যেনেই হ'ল।

স্বাধীনতা পোৱাৰ এবছৰমান পাচত, এদিন থলুৱা আঢ্যৱন্ত লোক এঘৰৰ চ'ৰা ঘৰত, খবৰ কাগজ পঢ়ি থকা মানুহ এজুমে হঠাতে বু বু বা বা লগাই দিলে। সকধন বৰা পণ্ডিতৰ খবৰ ওলাইছে—তেওঁ ভালে আছে। তেওঁক বন্দিত্বৰ পৰা মুক্তি দিয়া হৈছে।

বিজুলী বেগেৰে যেন খবৰটো কপিলীৰ দক্ষিণ অঞ্চল গোটেইখিনিতে বিয়পি পৰিল। বিয়াল্লিছৰ গণ আন্দোলনৰ স্মৃতি মানুহৰ মনত তেতিয়াও কেঁচা হৈ আছে। ৰাইজে বিৰাট আয়োজন কৰি সকধন পণ্ডিতৰ অভ্যৰ্থনাৰ যো-জা কৰিলে।

নিৰ্দিষ্ট দিনত সকধন পণ্ডিত আহিল। জাতজাত উৰুলী, হৰিধ্বনি, মালা, বক্তৃতা আদিৰ মাজত, সকধন বৰা পণ্ডিতৰ অভ্যৰ্থনা হৈ গ'ল। তেওঁ অতি বিনীতভাবে, বৰ সৰল হৃদয়স্পৰ্শী ভাষাত অভ্যৰ্থনাৰ প্ৰত্যভিবাদন দি কিছু কথা কলে।

ইয়াৰ পাচত গাৱঁৰ মানুহৰ আদৰ সন্মানৰ মাজত, কেইটামান দিননো কেনি গ'ল সকধনে ততকে ধৰিব নোৱাৰিলে। সকধনৰ আগৰে পৰা ক্ষীণমিন দেহাটো, জেইলৰ ভাত খাই আৰু বেছি শুকাই খীণাই গৈছিল। চকু গাতত সোমাই, মুখ শেতা পৰি শক্তিহীন হৈ তেওঁৰ মূৰ, হাত অনবৰত কঁপি থকা হৈছিল।

সকধন পণ্ডিতৰ এনে অৱস্থা দেখি, গাৱঁৰ মানুহখিনিয়ে নিজৰ ভিতৰতে কোৱা-মেলা কৰি ঠিক কৰিলে যে সকধনৰ জেইলত থাকি স্বাস্থ্য বেয়া হৈ যোৱাত, তেওঁৰ স্বাস্থ্য ভাল কৰিবলৈ ৰাইজেই সহায় কৰিব লাগে। এই সহায় কিদৰে, কেনেকৈ কৰা হ'ব, সেই কথা লৈ বহুতো কোৱা-মেলা হ'ল। শেষত সকলোৱে ভাবি-

চিন্তি ঠিক কৰিলে যে কোনো স্বাস্থ্যকৰ ঠাইত কিছুদিন থাকি আহিলে, সকধনৰ দেহমন ভাল হৈ আহিব। বহুতে পুৰীৰ কথা কলে—যে সাগৰৰ বতাহ পাই স্বাস্থ্যও ভাল হ'ব, লগতে জগন্নাথ দৰ্শনো হ'ব। কিন্তু পুৰীলৈ যোৱা-অহাৰ খৰচ, তাত থকা-মেলাৰ খৰচ, আৰু সৰ্বোপৰি তাত সকধনক কোনে চোৱা-চিন্তা কৰিব সেই কথাও ওলাল। এজনৰ খৰচেই ওলোৱা টান, তাতে আৰু এজন লগত যোৱা মানুহৰ খৰচ কৰ পৰা ওলায়? এইবোৰ নানা কথা ভাবিচিন্তি সকলোৱে ঠিক কৰিলে যে ছিলং পাহাৰত থকা সকধন পণ্ডিতৰ ভাগিনীয়েকৰ ঘৰতে তেওঁ কিছুদিন থাকি আহক গৈ। বুঢ়া বয়সত, ভগ্ন স্বাস্থ্য লৈ অচিনাকি ঠাইলৈ যোৱাতকৈ, ওচৰতে নিজৰ মানুহৰ লগতে থকা ভাল হ'ব।

এই বিবেচনা কৰি, সকলোৱে দিহা-পোহা কৰি সকধন পণ্ডিতক তুমুল জয়ধ্বনিৰ মাজেৰে, নগাওঁ জিলাৰ 'বাছষ্টেণ্ড'লৈ আনি, ছিলংগামী বাছ এখনত তুলি দিলে। সকধন পণ্ডিতে সকলোকে সবিনয়ে স্মিতমুখে হাতযোৰ কৰি বিদায় ললে।

যথা সময়ত সকধন আহি ছিলং পাহাৰ পালেহি। ছিলঙৰ মটৰ ষ্টেচনতো তেওঁক আগবঢ়াই নিবলৈ, তেওঁৰ ভাগিনীয়েকৰ পৰিয়ালতো আছিলেই, তেওঁলোকৰ অনেক বন্ধু-বান্ধৱো লগতে আহিছিল।

ছিলং পাই সকধন বৰাই কেইদিনমান ভাগিনীয়েকহঁতৰ লগতে ফুৰামেলা কৰি, অলপ ঠাইঠুই চিনি জানি ললে। তাৰ পাচত তেওঁ নিজৰ ইচ্ছামতে অকলে অকলে ফুৰাচকা কৰিবলৈ ললে। তেওঁ বিশেষকৈ ঘৰৰ অলপ দূৰতে থকা 'ল্যাইদাৰী পাৰ্ক' খনতে পুৱা-গধূলি ফুৰি ভাল পোৱা হ'ল।

এইদৰে সদায় সকধনে 'পাৰ্ক' খনলৈ ফুৰিবলৈ যায়—কেতিয়াবা মিহিকৈ কাটি থোৱা ঘাঁহনিত, কেতিয়াবা ঠায়ে ঠায়ে পাতি থোৱা বেঞ্চিত বহি ভাগৰ পলুৱায়। পাৰ্কত খেমালি কৰি ফুৰা লৰা-ছোৱালী বিলাকৰ বং খেমালি চাই থাকে।

এদিন কেইটামান সৰু সৰু ল'ৰাই, তেওঁৰ গাৱঁলীয়া ধৰণৰ পোছাক-পৰিচ্ছদ আৰু পকা পকা ডাড়ি গোঁফে ভোবোকাৰ মুখ দেখি, খেলা এৰি তেওঁলৈ ঘূৰি ঘূৰি চাবলৈ ধৰিলে। "এই বুঢ়াটোলৈ চা ক'ৰ পৰা আহিছে অ' এইটো ?" এটা লৰাই চিঞৰি চিঞৰি ক'লে —"যা যা ঘ'ৰে পৰা আহিছ তালৈকে গুচি যা—গাৱঁলীয়া ভূত।" লৰাজাকে খিলখিলাই হাঁহিব ধৰিলে।

সৰুধন পণ্ডিতে কিন্তু একো নামাতিলে। মিচিকীয়াই হাঁহি এটা মাৰি, ওচৰৰে বেঞ্চি এখনত বহিল, আৰু জেপৰ পৰা এমো-কোৰা খুন্দা তামোল উলিয়াই লৈ পাগুলিয়াব ধৰিলে। কিছু সময় লৰাবিলাকৰ খেল ধেমালি চাই, ইফালে সিফালে ফুৰি, সৰুধনে লাহে লাহে পাৰ্কৰ পৰা ওলাই আহিল। ল'ৰাৰ দলটোৰেও, নানা প্ৰকাৰ ঠাট্টা মস্কৰা কৰি তেওঁৰ পাচে পাচে কিছু দূৰলৈ লাগি আহিল।

পাচদিনাও যেতিয়া বুঢ়া সৰুধন পণ্ডিতে আকৌ পাৰ্ক খনলৈ ফুৰিবলৈ আহিল, তেওঁ লৰাবিলাকলৈ চাই এটা মিচিকীয়া হাঁহি মাৰিলে। যেন একো হোৱা নাই—এনে ভাব। লৰাবিলাকে আকৌ সেই আগ-দিনাৰ নিচিনাকৈয়ে নানা বিদ্ৰূপ কৰি তেওঁক অপমান কৰিবলৈ ধৰিলে। কিন্তু বুঢ়াজনে সিহঁতৰ কথাত কেৱল মিচিকীয়াই হাঁহিহে আছে দেখি লৰাহঁতে কি কথা একো বুজিব নোৱাৰিলে।

এইদৰে ভালেদিনো চলিল। কিছুদিন পাচত, এই অমায়িক বুঢ়াজনৰ ব্যৱহাৰত, ল'ৰাৰ দলে কি কৰিব, কি নকৰিব একো বুজিব নোৱাৰি তেওঁক বিদ্ৰূপ কৰিবলৈ এৰি দিলে, আৰু লাহে লাহে, তেওঁক দেখিলে একোটা সৰু লাজকুৰীয়া হাঁহি মাৰি, তেওঁৰ মিচিকীয়া মৰমিয়াল হাঁহিৰ প্ৰত্যুত্তৰ দিবলৈ ধৰিলে।

এদিনাখন ল'ৰাবিলাকে দেখিলে বুঢ়াজন পাৰ্কলৈ নাই অহা। এনেকৈ কেবাদিনো তেওঁক পাৰ্কত দেখা নাপাই ল'ৰাহঁতৰ মনত অলপ উকঙা উকঙা ভাবেই হ'ল। সিহঁতে ওচৰে পাজৰে ক'ৰবাত সেই বুঢ়াজনক দেখা পায় নেকি খবৰ কৰিব ধৰিলে। এনেকৈ

কেইদিনমান ইফালে সিফালে ঘূৰাঘূৰি কৰাৰ পাচত সিহঁতে তেওঁ থকা ঘৰটো বিচাৰি উলিয়ালে গৈ। দুৱাৰত টুকুৰীয়াই দিয়াত সৰুধন পণ্ডিতৰ ভাগিনীয়েক ওলাই আহিল।

লৰাবিলাকে তেওঁৰ ঘৰত এজন বুঢ়া মানুহ থাকে নেকি বুলি সোধাত, সৰুধনৰ ভাগিনীয়েকে ক'লে যে যোৱা আঠ-দহ দিন ধৰি বুঢ়াজনৰ 'নিমুনীয়া জ্বৰ' হৈ 'হাস্পাতাল'ত আছিল। তাতে দুদিনমান আগতে তেওঁৰ মৃত্যু হৈছে। সৰুধন যে তেওঁৰ মোমায়েক আছিল তাকো কলে। মোমায়েকৰ কথা কওঁতে সৰুধনৰ ভাগিনীয়েকৰ চকু দুটা সেমেকি উঠিল।

ল'ৰাবিলাকে সৰুধনৰ ভাগিনীয়েকৰ শোকত সিহঁতৰ মনেজনা মতে সহানুভূতিৰ কথা দুই-চাৰিটা ক'লে। এটা সৰু ল'ৰাই লাহেকৈ মাত লগালে—"আমি তেওঁক সদায় 'পাৰ্ক'ত লগ পাইছিলো। প্ৰথমতে আমি তেওঁক নানা বিদ্ৰূপ কৰি হাঁহিছিলোও।" সৰু লৰাটো তলমূৰা হ'ল। "তাৰ পাচত লাহে লাহে তেওঁক আমাৰ ভাল লগা হ'ল।"

"অ' হয় নেকি? কেলেইনো তোমালোকৰ মনৰ ভাব সলনি হ'ল?" সৰুধন বৰা পণ্ডিতৰ ভাগিনীয়েকে সুধিলে।

"কব নোৱাৰো কিন্তু আমাৰ ভাল লাগিছিল", ল'ৰাজাকে কলে। সিহঁতে সৰুধন পণ্ডিতৰ ভাগিনীয়েকক ধন্যবাদ দি নিঃশব্দে বিদায় ললে।

দুৱাৰখন জপোৱাৰ লগে লগে, সৰুধনৰ ভাগিনীয়েকে আপোন মনে এটা হাঁহি মাৰিলে। তেওঁ উপলব্ধি কৰিলে যে আজীৱন শিক্ষকতা কৰা তেওঁৰ মোমায়েকে, এই সৰু সৰু ল'ৰাবিলাকক এনে এটা শিক্ষা দি থৈ গ'ল যে তাক সিহঁতে কেতিয়াও পাহৰিব নোৱাৰে।

এই শিক্ষাৰ পাঠ যে এটা ঘটনাচক্ৰৰ হে পৰিণাম, এই কথা যে ল'ৰাবিলাকে গম পোৱা নাই সিও এটা বৰ ভাল কথা হ'ল। সিহঁতে গম পোৱা নাছিল যে সৰুধন পণ্ডিত কণা আছিল।

জেইলত বন্দী হৈ থকা অৱস্থাত, এটা চিপাহীৰ হাতৰ বেতৰ কোবত, আজি কেইবছৰমানৰ পৰাই সৰুধন বৰা পণ্ডিত একেবাৰে কণা হৈ গৈছিল।

# 'হোনেৱালী বিবি'

শ্ৰীকৃষ্ণ ভূঞা

'আৰ্‌লি টু বেড এণ্ড আৰ্‌লি টু ৰাইজ' বোলা সদুপদেশ ফাঁকি নমনাৰ বাবে মোৰ ধন নাই হোৱা বুলি আপুনি কব পাৰে, কিন্তু স্বাস্থ্য আৰু জ্ঞান মোৰ দিনক দিনে বৃদ্ধি পাইছে। সেই বুলি পলমকৈ উঠিলেও সদায় সাৰ পায়ে বিচনাৰ পৰা জপিয়াই লৰা-ধপৰাকৈ প্ৰাতঃকৃত্য সমাপন কৰি ঠিক চাৰে আঠ বজাত মেহটা চাহাবৰ অফিচত হাজিৰা দিয়াত গাফিলি কৰা নাই।

কৰিলে নচলে। কিয়নো ভাৰত বিখ্যাত পেইণ্টছ এণ্ড কমাৰ্চিয়েল কেমিকেলচ কম্পেনীৰ চীফ কমাৰ্চিয়েল মেনেজাৰ মিঃ পি. আৰ. মেহটা চাহাব আৰু মই হলো তেওঁৰ ডেপুটী চীফ কমাৰ্চিয়েল মেনেজাৰ, গতিকে মই পাংচুৱেল নহলে আপুনি হ'বলৈ যাবনে!

আজি কিন্তু পুৱা বিচনাৰ পৰা নজপিয়াই খোদা পানীত মৰা ভেকুলীৰ দৰে পেট ওপৰলৈ কৰি মই চেলপোংভা দিলো আৰু যোৱা নিশা দেখা সপোনটোৰ কথা ভাবিলো।

আজব স্বপ্ন! মই যেনো পাহাৰ বগাইছো। মোৰ সমুখত তৃণ-বৃক্ষ হীন শুদা পাথৰৰ এশাৰী পৰ্বতৰ টিং। মই এটা শৃংগৰ পৰা আন এটা শৃংগলৈ জপিয়াই গৈ আছো। আগেয়ে মোৰ অকহি পুৰুষৰ কোনোবাই এনে শৃংগ জাপ মাৰিছিল নে নাই সি মোৰ অবিদিত, কিন্তু মই হলে বনৰীয়া ছাগলী এটাৰ দৰে জপিয়াই গৈছো। শেষত গৈ এটা শৃংগৰ ওপৰত উঠি তললৈ চাই মই তধা লাগিলো। পৰ্বতৰ তলত এখন নৈ, তাত ঘৰিয়াল, সাপ, ম্বাৰ্ক আদি জলচৰবোৰে কিলবিলাই ফুৰিছে। সেই নৈত পৰাৰ ভয়ত মই আকৌ দিছো এটা হনুমন্তীয়া জাপ আৰু লগে লগে জৰিত পাখি গজাৰ দৰে উৰি গৈ

নৈৰ সিপাৰৰ বালিত পৰিছোগৈ আৰু দেখিছো বালিৰ ওপৰত বহি আছে স্বয়ং ৰূপা — ৰূপা মানে এই অনুপম পৃথিৱীত মোৰ সৰ্বাতোকৈ প্ৰিয়তম দুঠেঙীয়া প্ৰাণীটো। ৰূপাক দেখি উতলা পাখীৰৰ দৰে ওফন্দি উঠা আনন্দত মই তাইক সাবটি ধৰিব খোজোতেই মোৰ সমাজিকৰ সমাপ্তি।

এতিয়া বিচনাত পৰি সমাজিকটো ফঁহিয়াই চাই তাৰ এটা অৰ্থ বাহিৰ কৰিবৰ চেষ্টা কৰিলো। ফ্ৰয়ড, এড্‌লাৰ, জাং, জেম্‌ছ আদি মহান মনোবিজ্ঞানীসকলে এই বিষয়ত সহায় কৰিব পাৰেনে ভাবিলো আৰু শেষত ইয়াকে স্থিৰ কৰিলো যে যিহেতু মোৰ সপ্নৰ সৈতে সৰীসৃপ আৰু ৰূপা জড়িত, গতিকে ফ্ৰয়ডে কবৰ দৰে বহুদিনীয়া ছেক্স বিপ্ৰেচন অৰ্থাৎ যৌন-বাসনা দমনৰ বাবেই মোৰ এনে স্বপ্ন দৃষ্টি গোচৰ হৈছে। যিহেতু ছেক্স নেলাগে কোনো ধৰণেৰে বিপ্ৰেচনৰ মই পক্ষপাতী নহয়, মই তেতিয়াই স্থিৰ কৰিলো যে ৰূপাৰে সৈতে মোৰ শুভ বিবাহত আৰু বিলম্ব ঘটোৱা অনুচিত আৰু আজি আবেলিয়েই গৈ ৰূপাৰে সৈতে এই বিষয়ে এটা মোকাবিলা কৰা উচিত।

আপুনি শুনি সন্তোষ লাভ কৰিব যে আজি এবছৰমান কাল মই ৰূপাৰে সৈতে প্ৰেমৰ আদান-প্ৰদান কৰিছো। পেইণ্টছ কোম্পানীৰ চাকৰিটোত নিগাজি হৈ বহি তাইকে সহধৰ্মিনী কৰি লৈ জীৱন আৰু বোম্বাই চহৰৰ মজা লুট কৰাৰ মৎলবত আছো। বিয়াৰ প্ৰস্তাৱ কেবাদিনো কৰিছো, কিন্তু ৰূপা এতিয়াও মান্তি হোৱা নাই। তাই মোক হ'ব লগা প্ৰমোচনটোৰ বাবে অপেক্ষা কৰিবলৈ কৈছে আৰু মোৰ আৰ্থিক অৱস্থা আৰু কিছু টনকিয়াল নোহোৱালৈকে ধৈৰ্য ধৰিবলৈ উপদেশ দিছে। ৰূপাই ভাবে মোৰ লগতে মেৰিণ ড্ৰাইভত তাইৰ এটা নিজা ফ্লেট, এখন চিক্‌মিকীয়া মটৰ গাড়ী আৰু এল পয়ৰষ্টিঠ লিটাৰৰ এটা ফ্ৰিজ যোগাৰ হৈ গলে তাইৰ সংসাৰ স্বৰ্গৰ পথা বেছি দূৰত নহব। এইবোৰ এখোন হোৱা নাই, অতএব বিবাহ স্থগিত ৰখা হৈছে।

এনেকৈ গুণাগথা কৰি থাকোতেই মথুৰা সিং আহি তাৰ এলাৰ্ম ঘড়ীৰ দৰে টিঙটিঙীয়া মাতটোৰে মোক শুনালেহি যে মই সিমানতে শয্যা ত্যাগ নকৰিলে আজি মোৰ অফিচলৈ যোৱাত পলম হ'ব। এই মথুৰা সিং হ'ল মোৰ বিশ্বাসী ভৃত্য। মোৰ ঘৰত, মোৰ লগত একেলগে শোৱাৰ বাহিৰে সি সুগৃহিনীৰ সকলো কাম সমাধা কৰে। তাৰ দোষৰ ভিতৰত হ'ল এয়ে যে এতিয়া পয়ত্ৰিচ বছৰ বয়সতো মই বৰলা ভাত খোৱা দেখি কেতিয়াবা তাৰ শোকে খুন্দা মাৰি ধৰে আৰু বিয়া-বাৰু কৰাই গৃহস্থি হ'বলৈ মোক সকিয়াই থাকে।

মই এতিয়া তাক ধমকি দুটামান দি দূৰতে বিদূৰ কৰি দি এইবাৰ পেট তললৈ কৰি বিচনাত আৰু কিছুপৰ পৰি থাকিলো। তাৰ পিচত লাহে ধীৰে উঠি এটা লেট ব্ৰেকফাষ্ট পেটত পেলাই টেবুলৰ কাষত গজগজীয়া হৈ বহি ললো আৰু মথুৰাক মহী-কলম-তুলাপাত আনি দিবলৈ কলো।

সি সেইবোৰ আনি দিয়াত মই এদিনৰ ছুটীৰ বাবে অফিচলৈ এখন দৰখাস্ত লিখিবলৈ ললো। ছুটীৰ কাৰণটো কি হ'ব তাক ভাবি খন্তেক দোধোৰ-মোধোৰ লগাত এই বুলি থিৰাং কৰিলো যে যিহেতু মূৰ্ঠে এদিনৰ বাবে কাহিল কৰিব পৰা বেমাৰৰ নাম মোৰ জনা নাই, সেইবাবে ১০৪ ডিগ্ৰী জ্বৰ আৰু মূৰৰ বিষকে কাৰণ হিচাপে দৰ্শোৱা যক। তাৰ পিচত দৰখাস্ত দি মথুৰাক তুৰন্ত অফিচলৈ পঠাই দিলো।

তাৰ পিচত আবেলি সময়ত গৈ বাইকুলাত ৰূপাৰ তিনটা কোঠাৰে ভাড়াতীয়া ফ্লেটত পদাৰ্পণ কৰিলোগৈ। ৰূপাই আনদিনাখনৰ দৰে মোক আথে-বেথে বহিবলৈ নকৈ মোক দেখিয়েই সুধিলে,

"আজি দেখোন অসময়ত আহিলা ?"

মই ডাইৰ চিটিং ৰুমৰ চোফা এখনত এচোফা হৈ বহি লৈ, ৰুমাল এখনেৰে মোৰ বনৰীয়া গাহৰিৰ দৰে নিপোটল গলধনটো মচি লৈ ক'লো বোলো তোমাৰ ওচৰলৈ আহিবলৈ মোৰ আকৌ কি

সময় অসময় আছে—ক'লো এনে ভাবত যেন সেই কোঠাটো মোৰ শোৱনী কোঠাহে য'ত মই খুচি মতে ওলাই সোমাই থাকিব পাৰো। তাইক অলপ বিতত যেন লাগিল। ৰাস্তাৰ ফালৰ খিৰিকিখনৰ ওচৰলৈ গৈ তাই পৰ্দাখন আঁতৰাই তলৰ ৰাস্তাটোলৈ খন্তেক চাই লৈ আহি মোৰ সৈতে দুই এটা লাগ বান্ধ নোহোৱা কথা পাতি আকৌ সুধিলে, "তুমি এতিয়া যাবানে বহিবা?"

তাই যে মোক সিমানতে বিদায় কৰিব খুজিছে সেই কথা বোধগম্য হোৱাত মই ওচৰৰে চকীখনত ঠেং দুটা তুলি আৰাম কৰাৰ প'জত বহি লৈ চকুহাল অৰ্দ্ধনিমিলীত কৰি ক'লো বোলো এতিয়া উঠাৰ প্ৰশ্নই নাই, মই আজি তোমাৰ লগত কিবা এটা হেস্ত-নেস্ত কৰিহে লৰিছো। তেতিয়া তাই 'মই তেনেহলে তোমালৈ চাহ এপিয়লাকে কৰেঁ।গৈ' বুলি উঠিব খোজোতেই মই কলো বোলো ইমান লৰাধপৰা কিহৰ, চাহ লাহে ধীৰেও খাম, তোমাৰ লগত মোৰ জৰুৰী কথা আছে।

তাই কেৰখেঁহো কৈ মোৰ পৰা কিছু আঁতৰত বহি পৰিল আৰু বাহিৰ ফালৰ দুৱাৰখনৰ ফালে পিৰিক-পাৰাকৈ চাই লৈ ক'লে, "আজি মই বজাৰলৈ যাব লাগে—কি কথা কোৱা বেগেতে।"

তেতিয়া মই তিৰোতা মানুহক নিয়মিতভাবে বজাৰ কৰিবলৈ পুৰুষ মানুহে কিয় ধনবিত দি থাকিব লাগে আৰু সি যে তিৰোতাৰ মানসিক আৰু নৈতিক উন্নতি আৰু পুৰুষ মানুহৰ দাম্পত্য জীৱনক সুখৰ বাবে অতীৱ প্ৰয়োজন সেই বিষয়ে এটা দীঘলীয়া লেকচাৰ আৰম্ভ কৰিব খোজোতেই বাহিৰৰ দুৱাৰত কেইটামান কোমল টোকৰ। তাই তেতিকৰে জাপমাৰি উঠি গৈ দুৱাৰখন খুলি দিলেগৈ। আপোনাক নকৈছো! দুৱাৰ খোলাৰ লগে লগে জীয়া বাঘ এটা জাপ মাৰি সোমাই অহা হলেও মই সিমান চক নেখালোহেঁতেন যদি মই দুৱাৰ মুখত স্বয়ং মেহুটা চাহাবক নেদেখিলোহেঁতেন।

ব'ৰ, আপোনাক এচোন কোৱাই নাই। মিছু ৰূপা দেশাই

হ'ল মোৰ বছ শ্ৰী পি. আৰ. মেহটাৰ পাৰ্চনেল চেক্ৰেটৰী। সেই সুত্ৰেই মোৰ লগত পৰিচয় আৰু প্ৰেম। পিচে আপুনি যদি সোধে বোলে বছৰ চেক্ৰেটৰীৰ সৈতে আকৌ তুমি প্ৰেম কৰিবলৈ গলা কিয় তেতিয়াহলে মই কম যে মই যি কৰো তাক ভাবি চিন্তিহে কৰো। অৱশ্যে দেখাত মেহটা মানুহজন ওখই-পাঁখই শকতে-আৱতে মোতকৈ কোনো গুণে কম নহয়। জোঙা নাক, গালৰ হনু কিঞ্চিৎ ওলোৱা, দীঘল থুটৰীৰে ফৰ্সা বৰণৰ মুখেৰে মানুহজন দেখিবলৈ অলপ সেই তাহানিৰ ফিল্ম একটৰ বলৰাজ চাহনীৰ দৰে। পিচে হলে কি হ'ব, এতিয়া তিনিকুৰি বছৰ বয়সৰ দেওনাত ভৰি দি সিপুৰীৰ বাবে মাল-মুচলা যোগাৰ নকৰি ফুটু গধূলিতে তেওঁৰ পাৰ্চনেল চেক্ৰেটৰীৰ ঘৰত স্বয়ং আৱিৰ্ভাব হ'ব এনে ধাৰণা মোৰ চিন্তাৰ বাহিৰত।

তেওঁ সোমাই আহিয়েই মোক দেখি তিলমান বিচুত্তি হোৱা যেন লাগিলেও পিচ মুহূৰ্ত্ততে গহীন আৰু শান্ত ভাৱেৰে মোকেই সম্বোধন কৰিলে, "হেল' যোশী, হাউ ডু ইউ ডু!" আৰু মোৰ উত্তৰলৈ অপেক্ষা নকৰি ৰূপাৰ মুখলৈ চাই মিচিকীয়াই হাঁহি তাই সাদৰেৰে, আগবঢ়োৱা চকীত বহি পৰিল। মই তেওঁৰ সন্মানাৰ্থে অহাৰ লগে লগে থিয় হৈছিলো—কোনেও পুনৰ বহিবলৈ নোকোৱাত তাৰ পৰা পলাবলৈ সুৰুঙা এটা বিচাৰি চুচুক-চামাক কৈ থাকোতেই ৰূপায়ে যেনিবা পৰিত্ৰাণ কৰি কলে, "আচ্ছা যোশী, তুমি এতিয়া তেনেহলে যোৱা, মই আজি আৰু বজাৰলৈ নাযাওঁ।"

মই শব্দ এটাও অপব্যয় নকৰাকৈ চিৰিৰ পৰা কোনোমতে নপৰাকৈ হুৰহুৰকৈ তললৈ নামি আহিলো। ৰাস্তালৈ ওলাই মোৰ নোদোকা গলধনটো কমলেৰে মুচি দুটামান দীঘল উশাহ লৈ গোটেই ঘটনাটো এবাৰ ভাবি-চালি চালো। শেষত এইবুলি নিজকে পতি-য়ন নিয়ালো যে নিশ্চয় অফিচৰ কিবা জৰুৰী কামৰ বাবেই মেহটা চাহাবে ৰূপাক লগ ধৰিবলৈ আহিছে।

পিচদিনা অফিচত হাজিৰ হৈ চকীখনত ঠিকা খৈছোহে ইণ্টাৰ-

কমটো বাজি উঠিল। মেহটাৰ তলব। গলো। মোক বহিবলৈ কৈ চাহাবে ভালেখিনি পৰ ফাইল এটা চাই তাক সামৰি-সুতৰি থৈ গোটেই দিন মোৰে সৈতে কথা পাতিবলৈ ওলোৱাৰ ভাবত, সাধাৰণতে নম্ৰ কোমল মিচিকীয়া এটা মাৰি কলে,

"ৰেল যোশী বয়, (মৰম লাগিলে বুঢ়াই মোৰ তেনেকৈ সম্বোধন কৰে) ইউ আৰ এ গুড অফিচাৰ উই অল ন ইট।" মোৰ নিজৰে কলিজাৰ ধুকধুকনিটো শুনি পোৱা যেন লাগিল।

"মোৰ বিশ্বাস মই তোমাৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰিব পাৰো।" বুঢ়াৰ কথাৰ চেও দেখিয়েই অনুমান হ'ল শেনৰ এজাত। নিশ্চয় মোক মুখৰ আগতে প্ৰশংসা কৰিবলৈ তেওঁ মোক মাতি পঠিওৱা নাই।

"মই তোমাক এটা দায়িত্বপূৰ্ণ কাম দিব খুজিছো।" তেওঁ কলে।

দায়িত্বপূৰ্ণ কামৰ কথা শুনিয়েই মোৰ আথলীয়া গলধনটো ঘামিব ধৰিলে। কোনোমতে শলাগিলো, "ইয়েচ চাৰ।"

বুঢ়াই তেতিয়া কলে যে আচাম, অৰুণাচল, নাগালেণ্ড আদি পূৰ্বাঞ্চল প্ৰদেশবোৰত এতিয়া হেনো আমাৰ পেইণ্টছ কোম্পানীৰ ব্যৱসায় বিস্তাৰৰ বাবে এটা বিৰাট সুযোগ আছিছে। গতিকে গৌহাটীত এটা বিক্ৰী কেন্দ্ৰ খুলিবলৈ কোম্পানীয়ে স্থিৰ কৰিছে। অতএব মই অবিলম্বে গৌহাটীলৈ গৈ এই কাম সমাধা কৰিব লাগে।

মুলুকবোৰৰ নাম শুনিয়েই মোৰ পেটৰ নাড়ী আঙোৰ-পাঙোৰ কৰিছিল, গৌহাটীৰ কথা শুনি ওকালি অহাৰ ভাব হ'ল। কলো,

"শুনিছো চাৰ আচাম বোলে বিলকুল জংঘল, মেলেৰীয়া আৰু আদিবাসীৰ দেশ। পেইণ্টছ জানিচোৰে তাত কি হ'ব?" তেতিয়া তেওঁ মোক আচামৰ হিস্তৰি জাগ্ৰাফি এনথ্ৰপলজি আৰু প্ৰাকৃতিক শোভাৰ বিষয়ে এটা দীঘলীয়া বক্তৃতা দি শেষত মোক আশ্বাস দিলে যে অফিচ আদি খোলা হলেই তেওঁ তিনি মাহ মানৰ ভিত-

ৰতে মোক পুনৰ বোম্বাইলৈ বদলি কৰি আনিব ।

পিচদিনাই গৌহাটীলৈ ৰাওনা হ'লো । গৌহাটী পাই দেখিলো যে সঁচাকৈয়ে আদিবাসীবোৰে আমাৰ দৰে চুট-পেণ্ট পিন্ধি, ডেকা-বোৰে আমাৰ বোম্বাইবালা হিপিতকৈও দীঘল চুলি ৰাখি চিভিলাইজড হৈ বহি আছে। গৌহাটী ৰেল ষ্টেচনটোও কিছু ভাল যেনেই লাগিল। অটো এখন পাই তাতে উঠিলো, মন কৰিলো চালকজন মোৰ সমানেই এটা ডেকা । সাজে পাৰে মোৰ দৰেই আটক ধুনীয়া । কলো বোলো মোক এটা ভাল হোটেললৈ লৈ বলক । সি কিছু ঘূৰাই পকাই নি এটা হোটেলৰ সমুখত হাজিৰ কৰিলেগৈ । ৰাস্তাত নামি ইফালে সিফালে চাই লৈ কলো ম্লাম এৰিয়াৰ ভাল হোটেলৰ কথা মই কোৱা নাই । ইয়াতকৈ ভাল জাগা হ'লেও মোৰ আপত্তি নাই। সি তেতিয়া মোৰ মুখলৈ পোন্দাৰাকৈ চাই সুধিলে, "আপনে শায়দ দিল্লী সেখা হোগা ।" তাৰে সৈতে অতপৰে মই ইংৰাজীতে কথা পাতিছিলো । এতিয়া হঠাৎ সি ৰাষ্ট্ৰভাষাপ্ৰেমী হোৱাত আমোদ পাই মযো ৰাষ্ট্ৰভাষাতেই দেখিছো বুলি কলো । তেতিয়া সি অলপ হাঁহি কলে, "এই জাগা হ'ল গৌহাটীৰ কনট প্লেচ যদিও আমি নাম থৈছো পল্টন বজাৰ । তবে আপুনি যদি ইচ্ছা কৰে মই আপোনাক ইয়াতকৈ ভাল জাগাৰ হোটেল এটালৈ নিব পাৰো ।"

মই কলো বোলো মোৰো সেয়ে প্ৰবল ইচ্ছা । এতিয়া আকৌ কিছু ঘূৰি পকি গৈ সি আন এটা হোটেলৰ সমুখত অটোখন ৰখাই কলে,

"উতৰিয়ে ছাআব, এহি ৰহা আপকা হোটেল অউৰ ম্যাহ হেয় গৌহাটিকা মেৰিণ ড্ৰাইভ, হম ভৰলুমুখ কহতে হ্যায় ।"

বাৰ্লুমুহত নামি মই ইফালে সিফালে চালো । অপ্লাৱিত পানীৰে ধুনীয়া ডাঙৰ নৈখন দেখি বুজিলো সেয়ে মেহটাই বৰ্ণোৱা ব্ৰহ্ম-পুত্ৰ । ভাড়া কিমান হ'ল সুধিলো । সি মিটাৰ নোচোৱাকৈয়ে আঠ টকা বুলি কলে । ক্ৰোধৰ ভাবটো প্ৰকাশ নকৰি মনে মনে

ভাবিলো মোৰ দৰে বোম্বাইৱালাক ঠগিছে ঠগ, পিছে মই হলো দি পেইণ্টছ এণ্ড কমাৰ্চিয়েল কেমিকেলছৰ ডেপুটী কমাৰ্চিয়েল মেনেজাৰ, মোৰ এদিনৰ ইনকামেৰে তোৰ অটোখন কিনিব পাৰো আৰু তাকে ভাবি দহটকাৰ নোট এখন উলিয়াই তাৰ হাতত গুজি দি 'কিপ দি চেঞ্জ' বুলি কবলৈ সাহ নকৰি ৰাইট এবাউট টাৰ্ন কৰি হোটেলৰ ফালে কোঁ-কোঁকৈ চোচা ললো। সি পিচে-পিচে দৌৰি আহি ঠহৰীয়ে ছাআব বুলি কোৱাত মই পুনৰ ৰাইট এবাউট টাৰ্ণ কৰাত সি মোৰ ফালে দুটকাৰ নোট এখন আগবঢ়াই দি মিচিকীয়াই কলে, "ৰখ্‌লিজিয়ে ছাআব, পকৌড়ি খাইয়ে।" মই ভেবা লাগি খন্তেক তাৰ মুখলৈ চালো—সৰল কোমল আনন্দময় মৰমলগা মুখ। নোটখন থাপ মাৰি লৈ সুধিলো পিচদিনা পুৱা আঠ মান বজাতে সি হোটেললৈ আহিব পাৰিবনে নোৱাৰে—মোক সাৰা দিন ফুৰাই দিব লাগে। সি দেখা যায়েগা বুলি কৈ গুচি গ'ল।

পিচদিনা পুৱা আঠবজাৰ লগে লগে অটোৱালা হাজিৰ। গৌহাটী চিটি চোৱাৰ অভিপ্ৰায়েৰে তাৰে সতে ফুৰ্ত্তি মনেৰে ওলাই গলো। ভালেমান ঘূৰি পকি ফুৰাৰ পিচত মোৰ অনুমান হ'ল সি মোক চহৰৰ ভাল ভাল জাগা চব দেখুৱা নাই। তেতিয়া কলো বোলো বচ্‌ অ'ল্ড গৌহাটী দেখ লিয়া অভি নিউ গৌহাটী দিখাও।

সি অটোখন বাটৰ সোঁমাজতে ৰাখি খন্তেক মোৰ মুখলৈ তধা লাগি চাই থাকি হঠাৎ হো-হোৱাই হাঁহি উঠিল। তাৰ পিচত উশাহ সলাই কলে, "ছাআব, এহি থা নিউ গৌহাটী অভি অ'ল্ড হো গয়া।"

তেতিয়া মই মনে মনে গুণাগথা কৰি সুধিলো, বোলো স্বাধীনতা পালি আজি ত্ৰিচ চাল হ'ল, তইঁতে আন একো কৰিব নোৱাৰিলেও কমচে কম এটা ফাইভ ষ্টাৰ হোটেল বা এটা সৰু সুৱা স্কাইস্ক্ৰেপাৰো বনাব নোৱাৰিলেনে—অতদিনে কি কৰিছি য়্যাৰ?

অটোৱালাই ষ্টাৰৰিং হেণ্ডলডালত ভাঙ্গাৰ কেইটামান মাৰি

গুপ্তভেদ ভঙাৰ ভাবত অৰ্থপূৰ্ণ ভাবে কলে,

"হমনে এক চিড়িয়াখানা বানায়া অউৰ হৰকিসিম জানোৱাৰচে ভৰ দিয়া।"

ল'ৰাটোক মোৰ প্ৰথমৰ পৰাই ভাল লাগিছিল।' গৌহাটীত থকা সময়ছোৱাৰ ভিতৰতে তাৰে সতে ভালকৈয়ে দোস্তি হ'ল। সিয়েই মোক ফেন্সি বজাৰত ভাড়াঘৰ এখোটালি বন্দবস্ত কৰি দিলে। তাতে মই অফিচ আৰু শ'ৰূম পাতি তাৰ ৰিকমেণ্ডেচন মতেই অসমীয়া ট্ৰাইবেল ডেকা এটা মেনেজাৰ পাতি কোম্পানীৰ কাম সমাধা কৰিলো।

তিনি মাহৰ মূৰত মোক আকৌ বম্বেলৈ বদলি কৰিলে। পুৰা আঠ বজাত ভিক্টোৰিয়া টাৰ্মিনাছত নামিয়ে দেখিলো মই আশা কৰা মতে প্ৰভুভক্ত মথুৰা সিং হাজিৰ আছে। মালবস্তু নমোৱাৰ পিচত তাক ক'লো, "তই এতিয়া টালি-টুপলি লৈ ঘৰলৈ যা, মই বাহিৰে বাহিৰে ৰূপাদিদিৰ ঘৰত সোমাই খবৰ এটা কৰি যাওঁ।" সি তেতিয়া ইফালে সিফালে চাই সেমেনা সেমেনি কৰি ক'লে বোলে এতিয়াতো ৰূপা দিদি নিজৰ ঘৰত নেথাকে। মই তাৰ কথাৰ অৰ্থ তৰ্কিব নোৱাৰি কেইচেকেণ্ডমান হতভম্ব হৈ তাৰ মুখলৈ চাই থাকি পিচফালৰপৰা তাৰ কাণে পোন্দোৱাকৈ চাই নিজৰ ঘৰত নেথাকি ক'ত থাকে বুলি সুধিব খোজোতেই সি কথাটো মোৰ বোধগম্য কৰিবৰ বাবে যোগ কাৰলে, "ৰূপাদিদি কী শাদীতো হো চুকি হেয়, অভি মেহটা চাহাব কে সাথ মোৰুণ ড্ৰাইভপৰ ৰহতী হেয়।"

তাৰ কথা শুনি মই বিচুত্তি খালো আৰু খঙে পৈ মূৰৰ চুলি পোৱাও তাৰ পিঠিত থিয় গোৰ এটা দিওঁ নেকি বুলি ভাবোতেই সি টেক্সি বিচাৰি জাঁতৰি গ'ল।

তাৰ পিচত এদিন সুবিধা বুজি ৰূপাৰে সৈতে গৈ ভিক্টোৰিয়া গাৰ্ডেনৰ বেঞ্চ এখনত বহিলোগৈ। পাতনি নেমেলি চিধাই আচল

কথাৰে আহি সুধিলো বোলো শাদী কৰিবলৈ গাত যদি ইমান পোৰণি উঠিছিল তেনে দুনিয়াত অতবোৰ ভেকা থাকোতে বুঢ়াটোকহে পচন্দ কৰিলি । তেতিয়া তাই বোমাকৰ যিটো হিস্তৰি কলে সি এনেকুৱা —

মেহটাই হেনো তাই কামত জইন কৰিবৰ দিনাৰ পৰা তাইৰ ওপৰত চকু দিছিল । প্ৰথম প্ৰথম চেওঁৰা লৰাৰ দৰে তাইৰ মুখলৈ সুভীয়া চাৱনিৰে চাই কেতিয়াবা মিচিকীয়াইছিল আৰু কেতিয়াবা হুমুনিয়াহ কাঢ়িছিল । তাৰ পিচত কেতিয়াবা অফিচত বিনা কামতে তাইক মতাই নি ওচৰতে বহুৱাই লৈ দুই-চাৰিটা আন-অফিচিয়েল কথা সুধিছিল । তাৰ পিচত টাইপ কৰা কাগজ দিওঁতে তাইৰ হাত খনতে ধৰি মাজে সময়ে পিটিকি-মোহাৰি চাইছিল । পিচত লাহে লাহে সাহ বাঢ়ি অহাৰ লগে লগে তিৰোতা মানুহে নতুন পোচাকত মৰমেৰে হাত ফুৰোৱা দি দুই-চাৰিদিন আলফুলকৈ তাইৰ বুকুৱে পিঠিয়ে হাত ফুৰাই এটা নে দুটা চুমাও খাইছিল । যিহেতু মেহটা কেও কিছু নোহোৱা ডাং-ডলুৱা বৰলা সেয়ে তাইৰ কিছু পুতৌ হোৱাত এইবোৰ নিৰীহ আচৰণ তাইৰ গাত লগা নাছিল ।

তাৰ পিচত মোক আচামলৈ বদলি কৰি পিচদিনাই যেতিয়া বুঢ়াই বিয়াৰ প্ৰস্তাৱ কৰিলে তেতিয়াহে তাই প্ৰকৃতাৰ্থত ধাণ্ডাত পৰিল । চিন্তাত তাইৰ হেনো দুই কিলোমান সুকোমল মঙহো শুকাই নোহোৱা হ'ল । ফুং-ফাং কৰি বিবাহ সমস্যাটো পিচুৱাই থাকোতেই এটা ঘটনা হ'ল ।

এদিন মেহটা তাইৰ বাস ভৱনলৈ আহি কলে বোলে তেওঁৰ স্বাস্থ্য শক্তি উৎসাহ কমা নাই যদিও আজি কিছুদিনৰ পৰা বদহজমৰ বাবেই হবলা মাজে সময়ে বুকুখন বিষোৱা যেন পাইছে । তথাপি বিশেষজ্ঞ এজনৰ হতুৱা বুকুখন পৰীক্ষা কৰাই লবলৈ জুহৰ ওচৰৰ কাৰ্ডিয়লজিষ্ট এজনৰ সতে এপইণ্টমেণ্ট কৰি থৈছে । তাৰো লগতে গলে ভাল পাব । মটৰগাড়ীত গা মেলাই দুহৰীচত পাক

এটা মাৰি অহাৰ সুযোগ পাই তায়ো মাস্তি হ'ল।

বিশেষভাৱে ভালকৈ পৰীক্ষা-নিৰীক্ষা কৰি দৰব-পাতি লিখি দিয়াৰ পিচত সিহঁত আহিবলৈ ওলাওঁতে ডাক্তৰে তাইক অকলে চেম্বাৰৰ ভিতৰলৈ মাতি নি সুধিলে তাই পেচেণ্টৰ জীয়েক নে কি। তায়ো হয় বুলি কৈ থলে। তেতিয়া ডাক্তৰে গোপনে কলে যে তাইৰ বাপেকৰ অৱস্থা কাহিল। হাৰ্টৰ অসুখ—কাৰ্ডিয়েল ইন-ফাৰকচন। ওহোঁ, কোনো আশা নাই। অতি বেছি আৰু ছমাহ বাচিব পাৰে।

সেই দিনাই তাই বুঢ়াক বিয়া কৰিবলৈ মান্তি হ'ল। তাইৰ কথা শুনাৰ পিচত মই চিঞৰি সুধিলো,

"তই তেনেহলে বুঢ়া মৰিব বুলি জানিহে বিয়া কৰিলি নে কি?"

"নহলে আৰু বুঢ়াৰ সতে জিন্দেগীভৰ প্যাৰ কৰাৰ আশাত কৰিলো বুলি ভাবিছা নে কি?" টেকৰাকৈ মোৰ কান্ধে চাই মিচিক কৰে হাঁহি এটা মাৰি মোৰ হোনেবাল্লী বিবিয়ে কলে।

"কিয় বাপা—কিয় তই এনে কাম কৰিলি" বুলি মই আবেগেৰে সুধিলো। তাই মোৰ কাষলৈ চাপি আহি হাত এখনেৰে মোৰ কোমল গালধনটো সিজোৱা আলু পিটিকা দি পিটিকি কলে,

"তুমি ইমান অজলা কেতিয়াৰ পৰা হলা। মেৰিণ ড্ৰাইভত মেহটা চাহাবৰ ধুনীয়া ফ্লেট আছে, নতুন মটৰ গাড়ী আছে, বেংকত মোটা টকা আছে— তেওঁৰ নাই কি। নাই মাথো লৰা-ছোৱালী। মই এতিয়া তেওঁৰ লিগেল ধৰম পত্নী—বুঢ়া মৰিলে সকলো মোৰ। অতদিন বাট চালো আৰু কেইমাহমান ধৈৰ্য্য ধৰা। তাৰ পিচত লাইন ক্লিয়েৰ—তাকো তুমি বুজা নাই?"

মই তাইৰ হাতখন মোৰ গালধনৰ পৰা এচাৰ মাৰি একেবাৰে দি তেতিয়াখনে থিয় হলো আৰু থৰ জান নোহোৱা মানুহৰ দৰে এক মিনিটমান তাইৰ মুখলৈ চাই ৰলো। আউক কৰে গুজাৰি

ভলোৱাদি মোৰ পেটৰ পৰা কেইটামান ইংৰাজী বাক্য ওলাই আহিল ঃ "গুড গ্রেছাছ ! আৰ ইউ এ ৱুমেন অৰ হোৱাট ! ইউ বিন্ছ অৱ এ ৱুমেন।" আৰু তাইৰ অনুনয় বিনয়লৈ কৰ্ণপাত নকৰি ৰবাকৈ ফটিকা খোৱা মানুহৰ দৰে মই চলং পলংকৈ তাৰ পৰা আঁতৰি পৰিলো।

# গত কাল

## ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

ফুকনে চিঞৰটো শুনি আনকালতকৈ সোনকালে সাৰ পালে। নকৈ বহুবীয়া শিথিল দেহটো লৰাই তেওঁ কাষৰ পাটীখনলৈ চালে। ঘৈণীয়েক উঠি গৈছে। তেওঁৰ মুখত এটা শব্দ ওলাল ঃ "ইনডিচিপ্লিন"। তেওঁ কোনো আন্দোলনকেই ভাল নাপায়, কাৰণ মানুহক ই বিশৃংখল কৰে। তেওঁৰ ঘৰতো তেওঁ কাকো পৰিচালনাৰ আৰু কামৰ নিয়ম বা কঠিন ভঙ্গ কৰিবলৈ নিদিয়ে। আনকি টাইগাৰকো।

"টাইগাৰ!" ফুকনে শোৱা পাটীৰ পৰাই মাতিলে। কিন্তু টাইগাৰ নাহিল। টাইগাৰ সদায় আহে মাতিলে। আজি তাৰ কি হ'ল? তেওঁৰ খং উঠিল।

থৰক্ বৰক্‌কৈ বিচনাৰ পৰা উঠি তেওঁ বাথৰুমলৈ গ'ল, তাৰ পিছত পোছাক পিন্ধি মূৰৰ শিতানৰ বেৰৰ চুকত থৈ দিয়া বন্দুকটো চালে।

তেওঁ শোৱা কোঠাৰ খিৰিকিখন খুলি দিলে।

তেওঁৰ ঘৰৰ কাষৰ নিৰ্জন ঘৰটোত সেইদিনা এশমান ল'ৰা, বুঢ়া, তিৰোতা আহি গোট খাইছেহি। সিহঁতে শোভাযাত্ৰা আৰম্ভ কৰিছে। শোভাযাত্ৰাত তেওঁ ঘৈণীয়েককো দেখিলে। কালি ৰাতি ফুকনে ঘৈণীয়েকক বুজাইছিল জুমত কিয় যোগ দিব নেপায়। মানুহৰ ব্যক্তিগত বিচাৰ-বুদ্ধি জুমত লোপ পায়। জুমত মানুহে হিতাহিত জ্ঞান হেৰুৱায়। জুমে কৰ্মীক অপকৰ্মত ব্ৰতী কৰায়, এনেহৰাক মিছা কাম কৰাৰ উত্তেজনা যোগায়। খেতি, বেপাৰ, বাণিজ্য, সৃষ্টি কৰ্ম এনেদৰে নহয়। তাৰ বাবে প্ৰয়োজন শৃংখলাবদ্ধ শিক্ষা আৰু কামৰ।

কিন্তু ঘৈণীয়েকে আজি বুজনি নেমানিলে। যোৱা এমাহ ধৰি ফুকনৰ মন বেয়া। তেওঁ মুক্তৰাস্তিত থকা ডাক্তৰ জীয়েকে অসমীয়া পিৰিয়েকক (তেৰে৺া তাত ডাক্তৰ) তালাক দি অকলশৰীয়া জীৱন যাপন কৰিছে। তেওঁৰ মতে ই উশৃংখলা। তেওঁৰ ফৰেইন ছাৰ্ভিচত থকা পুতেক কিবা কাৰণত বদনামী হৈ পদচ্যুত হৈ এতিয়া নতুন দিল্লীত অনাই-বনাই ফুৰিছে। দুয়োকে তেওঁ কঠোৰ শৃংখলাৰ বাতাবৰণত শিক্ষিত কৰি তুলিছিল। দুয়ো এতিয়া উশৃংখল হৈ পৰিছে। দুয়োকে তেওঁ ঘৰলৈ আহিবলৈ মানা কৰি দিছে। অপত্য স্নেহতকৈ তেওঁৰ মানত শৃংখলা ডাঙৰ।

চপলা ফুকন কিন্তু কাহানিও অনাচাৰী নাছিল। আজীৱন তেওঁ ফুকনৰ নিৰ্দেশ মতেই ঘৰ চলাই আহিছিল। মনে মনে অৱশ্যে কোনো দিনেই তেওঁ ফুকনৰ জুমৰ প্ৰতি থকা মনোভাৱ সমৰ্থন কৰা নাছিল। তেওঁ সাধাৰণ মানুহৰ শোভাযাত্ৰা, সভা আৰু ধ্বনিবোৰ অৰ্থহীন বুলি ভাবিব পৰা নাছিল। তেওঁৰ বাপেক আছিল এনে বহুত আন্দোলনৰ সংগঠক। তথাপি তেওঁ নীৰৱে নিজৰ মতামত দবাই থৈ ফুকনৰ মতেই ঘৰ চলাইছিল। কিন্তু পুতেক আৰু জীয়েকৰ দুৰ্দশাৰ কথা শুনাৰে পৰা তেওঁৰ মনত ভাব হৈছিল ফুকনৰ নীতি-নিয়মবোৰত ক'ৰবাত কেখোপ আছে।

আজি তেওঁ ফুকনৰ মত উলাই কৰি জুমত ভৰ্তি হৈ প'ল।

ফুকনৰ সৰ্বশৰীৰ জ্বলি উঠিল। ভবিৰ তলুৱাৰ তলৰ পৰা পৃথিৱীখন যেন কেনিবা আঁতৰি প'ল।

'টাইগাৰ!' তেওঁ পাৰ জোৰেৰে আকৌ এবাৰ চিঞৰিলে। কিন্তু টাইগাৰৰ সঁহাৰি নেপালে। টাইগাৰক তেওঁ নিজৰ মতে সুশিক্ষিত কৰি তুলিছিল। সি কেতিয়াও ফুকনক নেদেখাকৈ বা তেওঁৰ আদেশ নোলোৱাকৈ এখোজো বাহিৰলৈ নেযায়।

ওচৰৰ নিৰ্জন পৰিত্যক্ত ঘৰটোত চুবুৰীৰ ল'ৰা-ছোৱালীবোৰ গোট খাইছে চিঞৰ-বাখৰ, হাঁহি-খিকিন্দালি আৰু খেলা-ধূলাৰ ধুম উঠে।

ফুকনে এইবোৰ বেয়া পায়। তেওঁ তেওঁৰ অনুগত ভৃত্য বাহাদুৰক আৰু প্ৰভুভক্ত কুকুৰ টাইগাৰক সিহঁতক খেদিবলৈ লগাই দিয়ে। সিহঁত গ'লে ল'ৰাবোৰ পলাই পত্ৰং দিয়ে। টাইগাৰক এই কামত লগোৱাৰে পৰা তাৰ অলপ স্বভাৱ সলনি হৈ গ'ল। কেতিয়াবা কেতিয়াবা ছল চাই সি সেই নিৰ্জন ঘৰটোলৈ লৰ মাৰে আৰু ভাত বা তাৰ কামৰ আলিবাটত নিশ্চিন্ত মনে চৰি থকা গৰু-ছাগলীক ভুকি খেদি দিয়ে। প্ৰকাণ্ড কুকুৰটোৰ ওপৰত সেইবাবে ওচৰৰ সাধাৰণ মানুহবোৰৰ বৰ খং। সিহঁতে কেতিয়াবা বাটৰ পৰা, কেতিয়াবা নিৰ্জন ঘৰটোৰ চোতালত বৈ উৰাই ঘূৰাই ফুকনে শুনাকৈ টাইগাৰক গালি পাৰে। কিন্তু টাইগাৰে সেইফালে চোচা ললেই ল'ৰাবোৰ উভতি লৰ মাৰে। এই জয়ৰ নিছা টাইগাৰৰ গাত ভাল-কৈয়ে লাগিছিল। সি কেতিয়াবা ফুকনৰ আদেশ অমান্য কৰি বাটৰ গৰু-ছাগলীবো পাছ লৈছিল। ফলত ফুকনৰ বৰ খং উঠিছিল। পশুকো তেওঁ প্ৰবৃত্তি সংযত কৰিব নোৱাৰা বাবে ক্ষমা কৰিব পৰা নাছিল।

আজি সি ক'লৈ গ'ল? ফুকনৰ গাত ৰক্তচাপ বাঢ়িছিল, ডাক্তৰ ব্ৰজাই তেওঁক কোনো উদ্বেগজনক চিন্তা বা কাম কৰিবলৈ বাৰে বাৰে হাক দিছিল। সেইবাবে তেওঁ তেনে চিন্তা বা কামৰ প্ৰক্ৰিয়া মনত আৰম্ভ হ'লেই তেওঁৰ শোৱা কোঠাত সজাই থোৱা প্লাষ্টাৰৰ বুদ্ধ মূৰ্তিটো চাই মন থিৰ কৰিছিল অথবা ওখ টিলাৰ ঘৰটোৰ পৰা সততে চকুত পৰা শান্ত হৈ জিলিকি থকা লুইতলৈ একান্ত মনে চাই উদ্বেগ শাম কটাইছিল। আজি তেওঁৰ সংযমৰ বান্ধ ছিগি গ'ল। পুতেক, জীয়েক আৰু বৈণীয়েক সকলোৱে তেওঁৰ শৃংখলাৰ ধাৰণাৰ বিপৰীতে কাম কৰিবলৈ আৰম্ভ কৰিছিল। পূৰ্বতে কৰ্তৃত্বৰ বিৰুদ্ধে বিদ্ৰোহৰ তেওঁ সন্মুখীন হোৱা নাছিল। টাইগাৰেও শৃংখলা ভঙ্গ কৰিছে বুলি তেওঁৰ মনে দেখাজে। সংযমৰ বান্ধ ছিঙৰাই যেন উটুৱাই লৈ গ'ল। আওথোলাৰ ভিতৰত এটা

গৰম সোঁত বলিবলৈ ধৰিলে। তেওঁৰ অনুমান হ'ল চাৰিওফালৰ সংসাৰখন ঘূৰিবলৈ লৈছে আৰু লগতে তেৰোঁ ঘূৰিছে।

তেওঁ বেৰত ধৰি ধৰি কোনোৰকম আহি শোৱা কোঠাৰ আলমাৰীটো পালেহি। সেইটো খুলি তেওঁ বটলৰ এটাৰ পৰা এটা পিল উলিয়াই আগদিনা ৰাতিয়েই ঘৈণীয়েকে মূৰৰ শিতানৰ মেজত থৈ দিয়া পানী গিলাচৰ পানীৰে সৈতে খাই ললে আৰু আলমাৰীটোত ধৰি থিৰ হ'বলৈ যত্ন কৰিলে। কিছু সময়ৰ মূৰত তেওঁ অলপ থিৰ হ'ল। লাহে লাহে তেওঁ গৈ শোৱা কোঠাৰ বাৰীৰ ফালৰ খিৰিকিখন খুলি দিলে। তাতে তলৰ কাঠত ধৰি পৈ বাৰীৰ চুকত জিলিকি থকা এখন মজলীয়া শিলৰ ফলিত কটাই থোৱা বাক্যষাৰিলৈ চকুত পৰিল। এই বাক্যষাৰি কটোৱা আজি প্ৰায় দহ বছৰ হ'ল। সেই বছৰ প্ৰথমবাৰলৈ তেওঁ হাদ্ ৰোগত আক্ৰান্ত হৈছিল। তেওঁ মৰাৰ পৰা বাচিছিল। সেই সময়তে তেওঁ মৰণৰ পিছত তেওঁৰ কি হ'ব সেই বিষয়ে ৰবকৈ চিন্তা কৰি শেষত এটা প্ৰসিদ্ধ বাক্যত নিজৰ মতামতখিনি ব্যক্ত কৰিছিল। সেই বাক্য তেওঁৰ নিজৰ নহ'লেও তাতে তেওঁৰ পৈণত চিন্তাই ৰূপ পাইছিল। তেতিয়া তেওঁ নিজৰ শেষ ইচ্ছাও ঘৈণীয়েকৰ আগত ব্যক্ত কৰিছিল। মৃত্যুৰ পিছত তেওঁক কোনো শ্মশানলৈ নিনি বাৰীৰ সেই দক্ষিণ-পূব কোনতে খৰি দিব লাগিব। সেই ঠাই টুকুৰাত এখন শিলৰ ফলিত তেওঁৰ সেই বাক্যটি খোদিত থাকিব। সেই ফলিখন সেই বছৰতে তেওঁ ফলিকটীয়াৰ হতুৱাই কটাই আনি নিৰ্দিষ্ট স্থানত পোতাই ৰাখিছিল।

শিলৰ ফলিখন তেওঁৰ পৰা প্ৰায় দহ হাত দূৰৈত। তাৰ আখৰবোৰ ইমান দূৰৰ পৰা পঢ়া সম্ভৱ নাছিল, কিন্তু সেই বাক্যটো তেওঁৰ মনৰ ফলিতো কটা আছে, আকাশতো যেন লিখা আছে। "এই সৃষ্টি আদিতে অব্যক্ত, মাজখিনি ব্যক্ত, আকৌ শেষত অব্যক্ত।"

দহবাৰ মান মনৰ ভিতৰতে বাক্যটো আওৰোৱাৰ পিছত তেওঁৰ অনুভৱ হ'ল সংসাৰখন যেন ঘূৰিবলৈ এৰিছে। ফলিখনৰ ওচৰত

থকা বাহাদুৰৰ বহা, কুকুৰৰ বহা, আৰু পিছফালখন সকলোতে এটা অৰ্থহীন শূন্যতা ।

বাহাদুৰো ঘৰত নাই । সি বা ক'লৈ গ'ল ? কেউফালে শুকান শুকান এটা ভাব । ৰ'দ ওলাইছে তথাপিও যেন আন্ধাৰ আঁতৰা নাই । গছ-গছনি সকলো দেখা গৈছে, তথাপি যেন ক'তো প্ৰাণ নাই । তেওঁৰ ধাৰণা হ'ল তেওঁলৈ যেন শমনৰ 'চমন' আহিছে, তেওঁ যেন যাবই লাগিব !

তেতিয়া আগফালৰ আলিবাটত শোভাযাত্ৰাৰ কোলাহল মাৰ গৈছে, আৰু বাৰীখনৰ ঠন ধৰি উঠা গছ পুলিবোৰত পৰা নানা ধৰণৰ আলহী চৰাইৰ গীত-মাত সহজে শুনিব পৰা হৈছে । ফুকনে নিৰ্জনতা ভাল পায়, কিন্তু সেই সময়ৰ নিৰ্জনতা আছিল ভয়াবহ । আকাশে-বতাহে এটা যেন অমঙ্গলৰ চিন । কিয় ?

হঠাতে গেট খোলাৰ শব্দ হ'ল । ফুকনে উভতি চাই দেখে বাহাদুৰ একৰকম দৌৰি তেওঁৰ ফাললৈ আহিছে ।

ফুকনৰ ভাব হ'ল যেন এটা ঘোঁৰাহে দৌৰি আহিছে । ঘোৰ-হাটৰ চিনামৰা ফিল্ডত দৌৰা ৰেচৰ ঘোৰাবোৰৰ দৰেই যেন বাহা-দুৰে দৌৰিছে । কিমান দিনৰ আগত ৰেচ্ চাইছিল, আজিও ঘোঁৰাৰ খুৰাৰ শব্দ তেওঁৰ মনত পৰে ।

বাহাদুৰ আহিছিল চাইগাবৰ উৎপাতৰ কথা ক'বলৈ । কিন্তু চাহাবৰ বিবৰ্ণ মুখ আৰু থৰক-বৰক চেহেৰা দেখি তাৰ আগ্ৰহ শুকাই গ'ল । এনে অৱস্থাত চাইগাবৰ অতপালিৰ কথা শুনিলে তেওঁৰ হৃদ্‌ৰোগে উক্ দিব পাৰে ।

"কি হ'ল, নকৰ কেনেই ?" শান্ত ভাৱে ফুকনে সুধিলে ।

"চাহাব !" বাহাদুৰে ঠাওকাল লৈহাটো চক্ৰাজি মাত লগালে, "আপোনাৰ গা বেয়া কৰিছে নেকি ? ডাক্তৰক মাতিম নেকি ?"

ফুকনে তাৰ কথালৈ কাণ নিদি সুধিলে, "চাইগাব ক'ত ?"

বাহাদুৰে চাইগাবৰ অতপালিৰ কথা ক'ব নে নকৰ ভাবি থিবাং

কৰিব নোৱাৰি ভেৰা লাগি তেওঁৰ ক্ষান্ত সৰগ পৰা মানুহৰ দৰে চাই ৰ'ল।

ফুকনৰ গা বাজিলে। তেওঁ ক'লে, "ই উৎপাত কৰিছে নে কি?"

বাহাদুৰে দেখিলে ফুকনৰ সুদীৰ্ঘ দেহাটোৰ ওপৰত থকা মুখ-খন কোনো ৰকমহে ৰৈ আছে। সি মুখ [illegible] তলৰ ফালে চালে। মেম চাহাবে চাহ কৰিবলৈ [illegible] মনত পৰিল। খোৰাবস্তু তৈয়াৰ কৰি বিস্কুট [illegible] সি চাহ কৰি দিলেই হ'ব। সি ক'লে, "চাহ [illegible] পিছত ক'ম।"

ফুকনৰ তেতিয়া ভোক লগা নাছিল, উজেগহে গৈ মুখত উঠি-ছিলহি। তেওঁ ক'লে, "মোৰ ভোক লগা নাই, টাইগাৰৰ কি হ'ল ক।" সেই মুহূৰ্ত্তত তেওঁ টাইগাৰক চকুৰ সন্মুখত দেখিবলৈ পাইছিল। সি নেজ লৰাই তেওঁৰ ভৰিত যেন অনুনয়-বিনয় কৰিছে।

বাহাদুৰে বুজিলে, কথা লুকুৱাই থোৱা অসম্ভৱ। সি ক'লে, "টাইগাৰ আজি পুৱাই ওলাই গ'ল। সি ওলাই গৈ আলিবাটৰ কেকুৰিত চৰি থকা প্ৰবীণহঁতৰ গাভিনী ছাগলীজনী মাৰি খাই আছিল। মই গৈ দেখি তাক আনিব খুজিছোঁহে খুজিছোঁ, নেমানে। জীয়া ছাগলীৰ তেজ খাই মতলি লাগিল।"

ফুকনে সুধিলে, "ঘৰৰ শুওহে তাক আমুৱালে নেকি?"

"আমুৱাব কিয়? আজি তাৰ কিবা এটা হ'ল। শিকলি ছিঙি গ'ল। সি আৰু আগৰ টাইগাৰ হৈ থকা নাই। নগৰৰ মানুহবোৰে কিদৰে কাৰ্ফু ভাঙিছে, সিও মেটিনৰে নিয়ম ভাঙিছে।" বাহাদুৰে সৰল ভাবে উত্তৰ দিলে। "মেম চাহাবো আজি লৰা-বোৰৰ লগত কাৰ্ফু ভাঙিবলৈ গ'ল।"

"কিমান মানুহ গৈছে?"

"গোটেই নগৰৰ মানুহ। আমাৰ পাহাৰৰ [illegible] থকা মানুহ-বোৰো [illegible] থকা হ'লে গাভিনী ছাগলী ধৰা বাবে টাই-গাৰক শিও [illegible] কাটিলেহেঁতেন। ভালেই হ'ব।" বাহাদুৰে কথা-

খিনি কৈয়েই ফুকনলৈ চালে।

ফুকন তেতিয়া আগৰ ফুকন হৈ পৰিছে। পঞ্চাশ বছৰ পুলিচ অফিচাৰৰ চাকৰি কৰোঁতে ফুকন আছিল কৰ্মৰ প্ৰতিমূৰ্ত্তি। তেওঁ তেতিয়া সেই মূৰ্ত্তি ধাৰণ কৰিলে। তেওঁ শোৱা কোঠাৰ এচুকত আওজাই থোৱা বন্দুকটো লৈ তাত গুলী খাজি অসামান্য মনোবলেৰে নিজক প্ৰকৃতিস্থ কৰি বাহাদুৰক ক'লে, "ব'ল, মোক টাইগাৰৰ ওচৰলৈ লৈ ব'ল।"

বাহাদুৰে বাধা দিব খুজিছিল, কিন্তু চাহাবৰ মূৰ্ত্তি দেখি সি ভয় খালে। বন্দুক লৈ চাহাবে কৰিব নোৱাৰা কাম একো নাই।

সি আগে আগে গ'ল আৰু চাহাব গ'ল পিছে পিছে। ফুকনে নিজক অদ্ভুত ভাৱে চম্ভালি ৰাখিছিল। তেওঁ বাহাদুৰৰ পিছে পিছে গৈ গেট পাৰ হ'ল, তাৰ পিছত বাওঁফালৰ আলিবাটেদি গৈ পাঁচ মিনিট মানৰ মূৰত টাইগাৰৰ ওচৰ পালেগৈ। দৰবৰ গুণতে বোধহয় ফুকনৰ মূৰ ঘূৰণি অলপ পাতল পাইছিল। সেই মুহূৰ্ত্তত তেওঁৰ মূৰ্ত্তি আছিল কঠোৰ প্ৰশাসকৰ।

ফুকনক দেখি টাইগাৰে এবাৰ কেৰাহিকৈ চালে, কিন্তু মঙহ খোৱাৰ পৰা বিৰত নহ'ল।

"টাইগাৰ এনে কাম কিয় কৰিলি?" ফুকনে সুধিলে।

টাইগাৰে মঙহ খাবলৈ এৰি দাঁত উলিয়াই গেঙেৰিলে, তাৰ পিছত আকৌ খোৱাত লাগিল।

"টাইগাৰ, শৃংখলা ভঙ্গৰ, অন্যায় হত্যাৰ শাস্তি তই ল'ব লাগিব।" ফুকনে এনেকৈ কথা কৈছিল যেন তেওঁ এজলাচতহে দোষীৰ অপৰাধৰ বিচাৰ কৰিছে।

টাইগাৰে দেখিলে ফুকনে বন্দুকটো তাৰ ফালে টোৱাইছে। তাৰ ভয় লাগিল, সি খাবলৈ এৰি নেজ গেলাই ঘৰৰ অভিমুখে দৌৰিবলৈ ললে।

বাহাদুৰে ফুকনক বাৰণ কৰিব খোজোঁতেই ফুকনৰ বন্দুকৰ

গুলীয়ে টাইগাৰৰ কলিজা ভেদ কৰি গ'ল। সি চিঞৰৰ মাৰি মাটিত ধৰাশায়ী হৈ গ'ল। খন্তেকৰ পিছতে তাৰ জীৱ বাজ হ'ল। ফুকনে বন্দুকটো বাহাদুৰৰ হাতত দি ক'লে, "এইটোৱেই মোৰ শেষ গুলী। তই দেখা নাই মই নিজক কেনেকৈ হত্যা কৰিলো। তাক মই আটাইতকৈ উপযুক্ত শিষ্য কৰি তুলিছিলো। তাৰ শৃংখলা ভঙ্গৰ শাস্তি সি পালে। এতিয়া মোৰ আচল যাতনা আৰম্ভ হ'ল।" অলপ বৈ তেওঁ বাহাদুৰক ক'লে, "তই টাইগাৰক নি শিলফলিৰ সোঁফালে গাত খানি কবৰ দেগৈ। আৰু,—"। অলপ বৈ তেওঁ গাভিনী ছাগলীজনীলৈ চাই ক'লে, "এইজনীৰ দাম পাঁচশ মান হ'বনে ?"

"বেছি হ'লেও ক'ম নহয়।" বাহাদুৰে তললৈ মূৰকৈ উত্তৰ দিলে। ফিৰিঙতিৰ পৰা যে খাণ্ডৱ দাহ হ'বগৈ তাক সি কল্পনাই কৰিব পৰা নাছিল। এনে বুলি জনা হ'লে সি টাইগাৰক অন্য উপায়ে ইয়াৰ পৰা নিবলৈ চেষ্টা কৰিলেহেঁতেন। টাইগাৰক সিও ভাল পাইছিল। কিন্তু এতিয়া অনুশোচনা কৰি লাভ নাই। এতিয়া চাহাবক বচোৱাহে আচল কাম। তেওঁৰ গা একেবাৰে বেয়া, হাদ ৰোগে উক্ নিদিলেই হ'ল।

"তেনেহ'লে প্ৰবীণ বোলা লৰাটোক মাত্ৰি পাঁচশ টকা দি দিবি। মই নেথাকিলেও দিবি। এতিয়া যা, টাইগাৰক কবৰ দেগৈ।"

বাহাদুৰ মৰা কুকুৰটোৰ ওচৰলৈ গ'ল। সি টাইগাৰক কোলাত তুলি ল'লে। গা তেজেৰে ৰাঙলী হ'লতো সি অস্বস্তি বোধ নকৰিলে। বন্দুকটো সি দুই হাতেৰে ধৰি টাইগাৰৰ শটোৰ তলত পেলাই লৈছিল। শ আৰু বন্দুকৰ ভৰত তাৰ গা দোঁ খাই গৈছিল, তথাপি তাৰ মনত অকণো ক্ষোভ নাছিল। বহুত বছৰ সি প্ৰভুভক্ত ভৃত্যৰ কৰ্তব্য পালন কৰি আহিছে, কিন্তু আজিৰ দৰে কোনো দিনেই কৰ্তব্য ইমান কৰুণ হোৱা নাছিল। সি সকলো দুখ সহ্য কৰিবলৈ ৰাজী।

বাহাদুৰে টাইগাৰৰ শটো নি কবৰৰ স্থানত থলেগৈ । বন্দুক-টোত অলপ তেজৰ চেকা লাগিছিল, তাক ধুই নি চাহাবৰ শোৱা কোঠাৰ নিৰ্দিষ্ট স্থানত থৈ দিলেগৈ ।

তেতিয়া চাহাব আহি শোৱা কোঠা সোমাইছিলহি । বাহাদুৰক দেখি তেওঁ ক'লে, "মোৰ ভাল লগা নাই । মই বিচনাত কাতি হওঁ । তই এবাৰ ফোন কৰি ডাঃ ব্ৰহ্মক মাত ।"

"একো নেখায় নেকি ?"

"নাই এতিয়া নেলাগে ।"

বাহাদুৰ ফোন কৰিবলৈ গুচি গ'ল । ফুকনে কাপোৰ সলাই কোনোৰকমে বিচনাত উঠিল । তেওঁ অনুভৱ কৰিলে বিচনাৰ সৈতে তেওঁ যেন ক্ৰমাৎ মাটিৰ তললৈ নামি গৈ আছে । নিজক অলপ সুস্থ কৰিবলৈ তেওঁ গাকত আউজি বহিল । খিৰিকি খনেদি জিলিকি উঠিল শিলৰ ফলিখন, টাইগাৰৰ মৰাশ আৰু এটা যেন ৰিণিকি ৰিণিকি দেখা আকাশলৈ যোৱা পথ । সেই পথটো অতি নিৰ্জন, নীৰৱ আৰু ওখলৈ উঠি যোৱা । যোৱা নবৈৰ বছৰত কোনো দিনেই ইমান স্পষ্ট ভাৱে তেওঁ এই পথ দেখা নাছিল । তেওঁ আৰু টাইগাৰ যেন একেলগে গৈ আছে । টাইগাৰৰ মুখত বিন্দুমাত্ৰও খং বা অভিমান নাই । সি বুজি পাইছে শান্তি ৰূপত আহিলে মৃত্যুও বৰণীয় ।

বাহাদুৰে ফোন কৰি আকৌ ফুকনৰ ওচৰলৈ আহিল । তাক দেখি ফুকনে নিৰাসক্ত মনেৰে সুধিলে, "ডাক্তৰক পালি ?"

"অঁ । কৈছে ঘৰত কোনো নাই । সকলো কাৰ্ফ্যু ভাঙিবলৈ গ'ল । তেওঁৰ ড্ৰাইভাৰ নাই । কাৰ্ফ্যু পাছো নাই । তথাপি ফোন কৰি অনুমতি লৈ তেওঁ আহিব ।"

"কাৰ্ফ্যু ভঙ্গ কৰিবলৈ চৰকাৰে দিছে নে ?" ফুকনে সুধিলে ।

"নিদি কি কৰিব ? অত লাখ মানুহৰ ওপৰত গুলী চলাবনে ?" বাহাদুৰে উত্তৰ দিলে ।

ফুকনৰ তেতিয়া মনোভাব শিথিল হৈ পৰিছিল। সংসাৰৰ একোৰে প্ৰতি তেওঁৰ আগ্ৰহ নোহোৱা হৈছিল। বাহাদুৰৰ কথা শুনি তেওঁ ক'লে, "ডিচিপ্লিন্ ৰক্ষা কৰিব লাগিব।"

বাহাদুৰৰ প্ৰথম বাৰলৈ অনুভৱ হ'ল তাৰ চাহাবৰ চিন্তাৰ সংসাৰৰ লগত একো সম্পৰ্ক নাই। নহলে অতবোৰ মানুহ মৰাৰ কথা ভাবিব পাৰে নে? অতবোৰ মানুহে একেলগে কি বিচাৰিছে সি ক'ব নোৱাৰে। চাহাবৰ ঘৰত থাকি সি সম্পূৰ্ণৰূপে এটা ঘৰত আবদ্ধ হৈ আছে। বাহিৰলৈ গলেও সদায় সি চাহাবৰ লগত হে যায়। আন্দোলনটো বাঢ়ি বাঢ়ি আজি সিহঁত থকা আহুটীয়া পাহাৰটোতো উঠিছেহি। আজি উপজি পুৰাৰে পৰা লোটেই চুবুৰীৰ মানুহ ওলাই আহি শোভাযাত্ৰা কৰি গৈছে। যেন চাহাবো লগতে গুচি গ'ল। কিবা এটা ডাঙৰ কাৰণ নিশ্চয় থাকিব লাগিব।

বাহাদুৰে উত্তৰ নিদিলে। সি চাহাবৰ ঘৰ জুখিলে, অলপ সময় হাত-ভৰি পিটিকি দিলে আৰু তাৰ পিছত সি ক'লে, "ডাক্তৰে ট'ষ্ট আৰু চাহ খাবলৈ কৈছে। আনিম নে কি?"

ফুকনে তেতিয়া ভোকৰ অনুভৱ কৰিবলৈও পাহৰি গৈছিল। দেৱালৰ ঘড়ীত ৮॥ বজাৰ ঘণ্টা বাজিল। অভ্যাসবশতঃ তেওঁ ক'লে, "বাৰু আন।"

বাহাদুৰে ঠিক ন বজাত এখন আহাৰ কঢ়িওৱা চলন্ত মেজত চাহ আৰু ট'ষ্ট আনি চাহাবৰ আগত থ'লত, চাহাবে ক'লে, "তই খালি নে নাই?"

"ওহোঁ। এতিয়া খাম।"

"যা খাগৈ।"

বাহাদুৰ গুচি গ'ল। ফুকনে ট'ষ্টত কামোৰ এটা মাৰি কাপৰ পৰা অলপ চাহ খালে। তেওঁৰ কিবা এটা বমি বমি ভাব হৈছিল। ভোক একেবাৰে নোহোৱা হ'ল। বেছি খাব নোৱাৰিলে।

বাহাদুৰে খাই-বৈ চিগ্ৰাৰেট এখন লৈ পৰাকীয়া নিৰ্দ্দিষ্ট কথা

ঠাইত টাইগাৰৰ কবৰৰ গাত খানিবলৈ লাগিল। খুব খৰকৈ সি গাত খানিছিল। সি বুজিছিল সোনকালে টাইগাৰক পুতিলেহে সি চাহাবক শুশ্রূষা কৰিবৰ বাবে আজৰি পাব। চাহাবৰ গা আৰু মন দুয়োটাই বেয়া। মেম চাহাব নোহোৱা বাবে তাৰ গাতেই চাহাবক চোৱাৰ সকলো দায়িত্ব পৰিছে।

ফুকনে নিতাল মাৰি শুবৰ চেষ্টা কৰিছিল, কিন্তু প্ৰতিটো চিপ-ৰাওৰ শব্দই তেওঁৰ হৃদয়ত আঘাত কৰিছিল। সেইবাবে তেওঁ সাৰে থাকি একেথৰে আকাশলৈ যোৱা আলিবাটটো চাইছিল।

প্ৰায় দহমান বজাত ফোপাই-জোপাই ডাঃ ব্ৰহ্ম ডাক্তৰী বেগ লৈ তেওঁৰ বন্ধুৰ ওচৰ পালেহি। শূন্য ঘৰ, টাইগাৰৰ মৰা শ, চিপ্ৰাওৰ শব্দ আৰু শয্যাশায়ী বন্ধুক দেখি তেওঁ নিমিষতে বুজি পালে, তেওঁৰ বন্ধুৰ সংসাৰত এটা ডাঙৰ বিপৰ্য্যয় ঘটিছে। ফুকনৰ দেহ পৰীক্ষা কৰি তেওঁ ভয় খাই গ'ল। দেহত ৰক্তচাপ বাঢ়িছে, উশাহ চুটি হৈছে, সৰু গাঠি উখহিছে, মুখ শেঁতা পৰিছে, চালত নীলচুৱা এটা ৰং দেখা দিছে। বুকুৰ হাড়ত 'এংগিনা পেক্টৰিছ'ৰ লক্ষণ ফুটি উঠিছে। ফুকনৰ মন সংসাৰত নাই। বুকুৰ বিষটোও বোধহয় তেওঁ তেনেকৈ অনুভৱ কৰিব পৰা নাই।

ব্ৰহ্মই তেওঁৰ হৃদ্‌পিণ্ড সতেজ কৰি ৰাখিবলৈ এটা বেজী দিলে, তাৰ পিছত ওচৰত বহি বন্ধুৰ লগত সহজ হৈ নীৰৱে বহি ৰ'ল। দুয়ো বন্ধুৱে টাইগাৰৰ কবৰৰ গাত খন্দাৰ কাম শেষ হোৱা দেখি দৃষ্টি বিনিময় কৰি সন্তোষ প্ৰকাশ কৰিলে। ব্যাহাদুৰে শটো কবৰৰ গাতত ভৰাই এচপৰা দুচপৰাকৈ মাটি ভৰাবলৈ ধৰিলে। ফুকনে নিজক চণ্ডালি ৰাতিপুৱাৰ ঘটনা আদ্যোপান্ত ব্ৰহ্মক ক'বলৈ লাগিল।

"টাইগাৰ মোৰ সকলোতকৈ প্ৰিয় আছিল। তথাপি তাক মাৰিলোঁ। কিয় ?" আধা নিজক কোৱা দৰে আৰু আধা বন্ধুক কোৱা দৰে ফুকনে লাহে লাহে সৰু মাতেৰে ক'লে। অলপ পৰ মৌন থাকি তেওঁ আকৌ ক'লে, "কোনোবা এটা ৰূপকথাৰ কাহিনীত

পঢ়িছিলো। গুৰুৱে শিষ্যক দোষী পাই শিলচিনৰ শাস্তি বিহিলে, আৰু তাৰ শোকত অভিভূত হৈ পিছত নিজে আত্মহত্যা কৰিলে।"

"এইবোৰ কি কৈছে ফুকন ?" ব্ৰজ্বাই সন্ত্ৰস্ত হৈ ক'লে, "দোষীক শাস্তি দিলে ভাল হ'ল। তাৰ বাবে বিচাৰকৰ কিয় মন বেয়া হ'ব লাগে ?"

ফুকনে ক'লে, "মই আকাশলৈ যোৱা এটা পথ দেখা পাইছো। আজি বহুত সময়ৰে পৰাই দেখিছোঁ। আগে আগে টাইগাৰ, পাছে পাছে মই।"

"এইটো ভ্ৰান্তি।" ব্ৰজ্বাই উত্তৰ দিলে। "আপুনি এশ বছৰ জীব। আপোনাৰ দেহ সবল।"

"ডাক্তৰী ফাঁকি মই ধৰিব পাৰো।" ফুকনে উত্তৰ দিলে।

ব্ৰজ্বাই এইবাৰ উত্তৰ দিব নোৱাৰিলে।

"এটা কথা। শিলৰ ফলিখনৰ বাওঁফালে মোৰ সমাধি হ'ব। সোঁফালে টাইগাৰৰ। আমাৰ মাজত আৰু কোনো নোসোমায়।"

ঠিক তেনেতে বাহিৰত এখন মটৰ অহাৰ শব্দ হ'ল। ফুকন অলপ উত্তেজিত হ'ল। "কোন আহিছে ?"

ব্ৰজ্বাই থিয় হৈ খোলা খিৰিকিয়েদি আগফালৰ চোতাললৈ চালে। দেখিলে তেওঁৰ গাড়ীখন ড্ৰাইভাৰে চলাই আহিছে। পিছৰ চীটত চপলা ফুকন।

"চপলা।"

"চপলা ?" ফুকন উত্তেজিত হৈ প'ল। হঠাতে তেওঁ থিয় হ'ল। ব্ৰজ্বাই হাতত ধৰি তেওঁক বহুৱাই দিব খুজিলত তেওঁ ক'লে, "মই টাইগাৰৰ কবৰত এচপৰা মাটি দিওঁগৈ। এই চপৰা তাৰ প্ৰাপ্য। মই——"

হঠাতে চিঞৰ মাৰি অজ্ঞান হৈ ফুকন ঢলি প'ল। অলপো ফুকনক ব্ৰজ্বাই ধৰি সাৱধানে বিচনাত শুৱাই দিলে। তাৰ পিছত হৃদ্‌পিণ্ড, বুকু আদি পৰীক্ষা কৰি তেওঁ নিৰাশ হৈ বিমৰ্ষ মনে ফুকনৰ মুখলৈ চালে।

দুৱাৰ মুখত তেওঁ চপলাক দেখিলে। বিহ্বল কণ্ঠে ডাঃ ব্ৰহ্মাই ক'লে, "ড্ৰাইভাৰটো পঠিয়াই দিয়ক। ক্লিনিকৰ পৰা অক্সিজেন লৈ আহক। অক্সিজেন নহলে বিপদ আছে।"

চপলা ফুকনে এবাৰ গিৰিয়েকৰ ফালে চাই সকলো কথা নিমিষতে বুজি পালে। তেওঁ উধাতু খাই আকৌ মটৰৰ গুৰিলৈ উভতি গ'ল, আৰু ড্ৰাইভাৰক অক্সিজেন আনিবলৈ পঠালে।

তেওঁ উভতি আহি গিৰিয়েকৰ ভৰি পিঠানত বহি ভৰি মালিচ কৰিবলৈ লাগিল। তেওঁ মুখ বেজাৰত ক'লা পৰিল।

ব্ৰহ্মাই একান্ত মনে বেমাৰীৰ উশাহ-নিশাহ আৰু হৃদপিণ্ড পৰীক্ষা কৰিবলৈ ধৰিলে। মাজতে ঘৈনীয়েকক সকাহ দিবৰ বাবে সুধিলে, "কাৰ্ফুৰ কি হ'ল ?"

"তুলি ললে।"

"অঁ।" ব্ৰহ্মাই উত্তৰ দিলে। "টাইগাৰ মৰিল ক'ব পাৰে নহয় ?"

"ওহোঁ।"

ব্ৰহ্মাই চমুকৈ টাইগাৰক কবৰ দিয়ালৈকে সকলো ঘটনা চপলাক ক'লে। মাত্ৰ চপলা অহা শুনি যে ফুকন উত্তেজিত হৈ উঠি গৈছিল সেই কথা নক'লে। চপলাই নীৰৱে কথাবোৰ শুনিলে তাৰ পিছত সুধিলে, "বাহাদুৰৰ কাম হ'ল নে নাই ?"

"হ'ল।"

ইতিমধ্যে চাহাবৰ টিক্ৰৰ বাহাদুৰে শুনিছিল। মেম চাহাৰ অহাও সি গম পাইছিল। মটৰ যোৱাও সি লক্ষ্য কৰিছিল। সি কবৰৰ কামৰ পৰা উধাতু খাই আহি ফুকনৰ শোৱা কোঠাৰ ভিতৰ সোমাই চাহাবৰ মূৰৰ শিতানত থিয় হ'ল হি। ফুকনৰ অচেতন দেহাটো যেন তাৰ হে দেহা এনে অনুভৱ হ'ল তাৰ। ফুকনৰ দেহাটো সি মাজে মাজে মালিচ কৰিছিল। তাৰ মগুহতকৈ টান হাড়হে বোলি আছিল। মালিচ কৰি সি যেন আকৌ সচেতন কৰি তুলিব এনে

এটা ভাব তাৰ মনলৈ আহিছিল। কিন্তু ডাক্তৰক দেখি তাৰ সকলো উৎসাহ কমি গ'ল। তাৰ ধাৰণা হ'ল ফুকনৰ হৃদপিণ্ড যেন লাহে লাহে নীৰৱ হৈ যাবলৈ ধৰিছে।

কাৰো মুখত কথা নাই।

অলপ পৰৰ পিছত গেটৰ ওচৰত এটা জুম দেখা গ'ল। সিহঁতে ফুকনৰ নাম লৈ তৰ্জন-গৰ্জন কৰি গেট খুলি ভিতৰলৈ সোমাই আহিছিল।

"সেইবোৰ কোন?" ডাঃ ব্ৰহ্মই সুধিলে।

বাহাদুৰে খিৰিকিয়েদি সিহঁতক দেখিয়েই চিনি পালে সিহঁত গাভিনী ছাগলীজনীৰ দাম বিচাৰি অহা চুবুৰীৰ মানুহ। ইতিমধ্যে বোধহয় টাইগাৰৰ অপকীৰ্ত্তিৰ কথা সিহঁতে গম পাইছে। সি ক'লে, "সিহঁতে টাইগাৰে মৰা ছাগলীজনীৰ দাম বিচাৰি আহিছে।"

চপলা ফুকনে তেতিয়াও গোটেই ঘটনাটো গভীৰ ভাৱে উপলব্ধি কৰিবলৈ সময় পোৱা নাছিল। তেওঁ বাহাদুৰলৈ ৰ লাগি চাই ৰ'ল।

বাহাদুৰে এইবাৰ তেওঁৰ ওচৰলৈ আহি সৰু সৰুকৈ কাণে কাণে গাভিনী ছাগলী মৰা ঘটনাটো হুবহু বৰ্ণাই ক'লে, "চাহাবে কৈছিল প্ৰবীণহঁতক টকা পাঁচ শ দিবলৈ।"

একো নেমাতি চপলা ফুকন থিয় হ'ল আৰু আলমাৰীটোৰ দাঁতিৰ বাকচ খুলি এশ টকাৰ পাঁচখন নোট তাৰ হাতত দি ক'লে, "যা, সিহঁতক বুজাই পঠাই দেগৈ। এতিয়া চিঞৰ-বাখৰ হ'লে এখেতৰ বাবে বেয়া হ'ব।"

বাহাদুৰ ওলাই গুচি গ'ল। দহ মিনিটমানৰ পিছত চপলা ফুকনে মন কৰিলে মানুহবোৰ নীৰৱে সন্তুষ্ট হৈ আকৌ অহা বাটেদি ওলাই গুচি গৈছে। তেওঁৰ স্বস্তিৰ নিশ্বাস পেলালে।

ডাঃ ব্ৰহ্মই উঠিব চিতে মটৰৰ শব্দ শুনিবলৈ বাট চাই আছিল। তেওঁ আৰু এটা বেজী দি এবাৰ ফুকনলৈ, এবাৰ চপলালৈ, এবাৰ পদূলিৰ গেটলৈ, আৰু এবাৰ বেবৰ চুকৰ বন্দুকটোলৈ একাদিক্ৰমে

চাই শেহত বিষণ্ণ মনেৰে পিচ ফালৰ খিৰিকিয়েদি আকাশলৈ চালে। আকাশলৈ যেন সঁচাকৈয়ে এটা সোণালী বাট পৰিষ্কাৰ হৈ ফুটি ওলাইছে।

"কেনে দেখিছে?" চপলা ফুকনে সুধিলে।

"সকলো নেদেখা জনৰ হাতত।"

"কীৰ্ত্তন পঢ়িম নেকি?"

"তেওঁ এইবোৰ ভাল নেপাইছিল। প্ৰকৃতিৰ বাহিৰে তেওঁ কাকো নেমানিছিল।"

চপলাই একো নেমাতিলে। ব্ৰহ্মই মিছা কথা কোৱা নাই।

ঠিক তেনেতে গেট খুলি ডাঃ ব্ৰহ্মৰ গাড়ীখন ভিতৰ সোমাই অহা দুয়োৰে চকুত পৰিল। অলপ পৰৰ পিছত এজন জুনিয়ৰ ডাক্তৰে অক্সিজেন বটল আৰু তাক লগোৱা সৰঞ্জাম সহ ভিতৰ পালেহি। ডেকা ডাক্তৰজনে অক্সিজেন বটল ওলোমাই ফুকনৰ নাকৰ লগত নলীৰে সংযুক্ত কৰিলে।

ফুকনে হঠাতে এবাৰ অস্বাভাৱিক ভাৱে গা কটাজিলে, তাৰ পিছত মুখ কাটি কৰি নীৰৱ হৈ গ'ল।

'শেষ!' ডাঃ ব্ৰহ্মই ষ্টেথিস্কোপেৰে হাৰ্ট পৰীক্ষা কৰি ক'লে।

চপলা ফুকনে উচুপি উচুপি কান্দিবলৈ ধৰিলে।

ডাঃ ব্ৰহ্ম বাহিৰলৈ ওলাই গৈ বাহাদুৰক লগ ধৰি ক'লে "বাহাদুৰ, চিতাৰ যোগাৰ কৰ। খৰি আছে নহয়?"

"আছে।"

"কোনো সকামৰ প্ৰয়োজন নাই, পুৰোহিতো মাতিব নেলাগে। তেওঁ এইবোৰ কৰা বন্ধ কৰি গৈছে। মোক দঢ়াই দঢ়াই কৈছিল। আমি তিনিটা মানুহ আছো। হৈ যাব কি বোলা?"

"দৰকাৰ হ'লে প্ৰবীণক মাতিব পৰা যাব।" বাহাদুৰে উত্তৰ দিলে।

ব্ৰহ্ম পুনৰ শোৱা কোঠালৈ উভতি গ'ল। ফুকনক নিশ্চিন্ত মনে

শুই থকা যেন লাগিল। এই শৃংখলাহীন পৃথিবীৰ পৰা তেওঁ যেন মুক্তি পালে। তেওঁৰ কাল উকলিল, অনাগত কাল তেওঁ ভৰা শৃংখলাৰ কাল নহয়, অনাগত কাল জুমৰ কাল।

তেওঁ চপলা ফুকনলৈ চালে। তেওঁ উচুপনি বন্ধ কৰি ফুকনক ভালদৰে পিন্ধাই-উৰাই বিচনাখন ভালকৈ পাৰি তেওঁৰ গাত কাপোৰ দিছিল। তাৰ পিছত ডাঃ ব্ৰহ্মলৈ মুখ তুলি চাই থৰ হৈ বৈ গ'ল। চপলাই গম পাইছিল গিৰিয়েকে টাইগাৰক কিয় মাৰিলে আৰু নিজেও কিয় সহজে মৰণ বৰণ কৰিলে। নিকৃষ্ট কাৰণ বোধহয় তেওঁৰ জুমত যোগ দান। তেওঁৰ বেয়া লাগিলেও অনুতাপ নহ'ল। ফুকনে নিজৰ শৃংখলাবোধ ল'ৰা-ছোৱালী, তিৰোতা আৰু কুকুৰ সকলোৰে ওপৰত প্ৰয়োগ কৰিবলৈ গৈ ব্যৰ্থ হ'ল। সকলো কথাৰে এটা সীমা আছে।

"মানুহ 'ৰবট' নহয়" তেওঁ নিজক নিজে ক'লে।

অলপ বৈ তেওঁ ব্ৰহ্মলৈ চাই সুধিলে, "এখেতে কিবা কৈছিলে নে কি? মানে মোৰ কথা..."

"ওহোঁ। কেৱল কৈছিল টাইগাৰৰ কথা।"

তলমূৰ কৰি ফুকননী গুচি গ'ল। চপলাই বুজি পালে ব্ৰহ্মই কথা লুকুৱাইছে। ডাঃ ব্ৰহ্মই শোৱা কোঠাৰ ভিতৰ ফালৰ দুৱাৰখন খুলি লাহে লাহে শিলৰ ফলিচটাৰ ওচৰলৈ গ'ল। খৰি দিয়াৰ ঠাইটুকুৰা তেওঁ ভালদৰে এবাৰ চালে। তাৰ পিছত ফলিৰ বাক্যটোত চকুত পৰিল। সৰু ল'ৰাৰ দৰে তেওঁ ডাঙৰ ডাঙৰকৈ পঢ়িলে:

"এই সৃষ্টি আদিতে অব্যক্ত, মাজখিনি ব্যক্ত, আকৌ শেষত অব্যক্ত।"

ফুকনে বোধহয় নিজৰ জীৱনৰ কথাকে ইয়াৰ যোগেদি প্ৰকাশ কৰিব খুজিছিল। কিন্তু সমস্ত সৃষ্টি জানো এটা জীৱনৰ জোখমতে বুজিব পাৰি?

# তাৰ পিছত—সাৰ পাই গলোঁ।

চৈয়দ আব্দুল মালিক

কোনোবাই কাহিনী কৈ ভাল পায়। কোনোবাই কাহিনী হৈ ভাল পায়।

এই দুটাৰ ভিতৰত কোনটো অধিক দুৰূহ বা কঠিন কাম মই আজিও বুজিব নোৱাৰিলো।

মোৰ এজন নিলগীয়া সমন্ধৰ মোমাই আছিল। অকল মোকেই নহয়, মোৰ বয়সৰ অন্যান্যকো তেওঁ ভাগিন বুলিয়ে মাতিছিল। ভাগিন সমন্ধটো স্বীকৃত হোৱাৰ লগে লগে, একে বয়সৰ লৰাজাকক আপুনি, তুমি নুবুলি তই বোলাৰ অধিকাৰটোও এনেয়ে সাব্যস্ত হৈ যায়। মোমাইৰ মতে, মোৰ বৌটি যদি মোমাইৰ বাই বা ভনী হ'ব পাৰে, তেন্তে মোৰ বয়সৰ অন্যান্যৰ মাকবোৰো মোমাইৰ ভনী বা বাই হোৱাত বাধা থকাৰ কাৰণ নাই। আমাক 'তই' নুবুলি তুমি বোলা হলহে বোধকৰো আমি বেয়া পাবলগীয়া হলহেঁতেন।

মোমাইক মই সদায় লগ নেপাওঁ। মোমাইক লগ পোৱা মানে সোঁ-শৰীৰে মনেমিজাজে লগ পোৱা। তেওঁৰ মন ভাল নেথাকিলে, তেওঁক লগ পাই লাভ নাই। মই লগ পাবৰ কাৰণে মোমাই মোৰ কাৰণে বাট চাই বহি থকা বিধৰ মানুহ নাছিল। মোৰো সদায় তেওঁৰ কাষত বহি থকাৰ উপায় নাছিল। কেতিয়াবা লগ পাম বুলি আশা কৰি আহিও তেওঁক লগ নেপাওঁ। কেতিয়াবা আচম্বিতে ক'ৰবাত লগ পাই যাওঁ।

"মই যে ইয়াতে আছিছো তই ক'ত কেনেকৈ গম পালি?" মোমায়ে সোধে।

মিছা কথা কও ঃ "তিনি চাৰি ঠাইত তোমাক বিচাৰি নেপালোঁ। আজিহে গম পালো তুমি আহি ইয়াতে আছা বুলি। ভালে আছা নহয়, মোমাই ?"

মোৰ প্ৰশ্নৰ উত্তৰ মোমায়ে নিদিয়ে। মোৰ ভালে থকা নথকাৰ লগত তোৰ কি সম্পৰ্ক ?— যেন এনে ভাব।

সম্পৰ্ক থাকক নেথাকক, মোমাইক লগ পাবৰ কাৰণে যে মই কিমান আগ্ৰহী, মোমায়ে নিজেও জানে। আৰু ময়ো জানো, মোক বা মোৰ সমনীয়া আন কেইটামানক লগ পালে যে তেওঁও ভাল পায়, যদিও বাহিৰত ভাল পোৱা যেন নেদেখুৱায়। আমাৰ মাজত বয়সৰ যথেষ্ট ব্যৱধান আছে। মোমাইৰ তালুত এডালো চুলি নাই, পিছফালে গলধনৰ ওপৰতে দুডালমান পকা চুলি আছে, দাঁতো প্ৰায়বোৰ সৰি গাল দুখন সোমাই গৈছে। চকুহালো গাঁতত সোমোৱা। মাজে মাজে দাড়ি খুৰায়, গোফকোঁচা নুখুৰায়। মোমাইক বয়সতকৈ বেছি বুঢ়া যেন লাগে। কেতিয়াবা গাত নলগা ধৰণে আমাক কয়, "ঐ ভাগিন, তহঁতে মিটিং কৰি বৰ বৰ প্ৰস্তাৱ পাছ কৰ নহয়, এখন মিটিং পাতি এটা প্ৰস্তাৱ নলব কেলেই ?"

"কি প্ৰস্তাৱ মোমাই ?"

"সেইটোও মই কৈ দিব লাগে নেকি ? প্ৰস্তাৱ লবি যে মতা মানুহৰ মুৰৰ চুলি সৰিব নেলাগে, দাড়িহে সৰিব লাগে, নহলে দাড়ি গজা ঠুটবিটো মুৰ আৰু মুৰটো ঠুটবি কৰি দিব লাগে। জবৰিচোন প্ৰস্তাৱ এটা।"

মোমাই মানুহজন ওখপাখ, হাতবোৰ শকত। এসময়ত গাৰ বৰণ বগাই আছিল যেন লাগে। কিন্তু এতিয়া বগা হৈ থকা নাই, ক'লাই বুলিব পাৰি। এসময়ত মোমাই নিশ্চয় এজন স্বাস্থ্যবান মানুহ আছিল। বয়সে এতিয়া বহুত নিশকতীয়া কৰিছে। এটা সময়ত কায়িক পৰিশ্ৰমে স্বাস্থ্যটো ভাল কৰে, কিন্তু যেতিয়া বাধ্যত পৰি দেহাৰ খাটনি খাটিব লগীয়া হয় তেতিয়া ভীচেহেৰা উন্নত নহয়,

স্বাস্থ্যৰ হানিহে হয়। মোমাইৰ বয়স হয়তো যিমান যেন লাগে তাতকৈ কেইবছৰমান কম হ'ব। কিন্তু প্ৰতিবাৰ লগ পাওঁতে মোমাই যে কিছু হটিছে সেইটো ধৰিব পাৰি। হয়তো তেওঁৰ বৰ্ত্তমান বয়স ৫৪/৫৫ বছৰৰ বেছি নহব, কিন্তু দেখাত তেওঁক আৰু দহ বছৰমানৰ ডাঙৰ যেন লাগে। যেন তেওঁ ৭০ ৰ কাষ চাপিছে।

এবাৰ কৌতুহল সামৰিব নোৱাৰি মোমাইক এনেয়ে সুধিছিলো, "মোমাইৰ বাৰু আচল বয়স কিমান ?"

পোন্দোৱাকৈ মোৰ মুখলৈ চাই মোমায়ে কৈছিল, "হেৰ, সিফালৰ পঁৰা কিমান ঘোচ খালি, মোৰ আচল বয়সটো তোক কৈ দিওঁ আৰু তই গৈ তাক কৈ দেগৈ —"

"মইনো কাক কমগৈ ?"

"যমক। মই জানো নহয় সি কটকী চোৰাংচোৱা লগাবলৈ লৈছে। তহঁতেতো খুব মিটিং কৰ। প্ৰস্তাৱ এটা লব নোৱাৰ ?"

"কি প্ৰস্তাৱ মোমাই ?"

"প্ৰস্তাৱ লব লাগে যে যমেই হওক বা দেৱতাই হওক সকলোৰে এ'জ লিমিট থকা দৰকাৰ। জীৱবোৰ মৰিব লাগে, যম মৰিব নেলাগে নেকি ? এনে অন্যায়ৰ দুৰ্ব্বোৰ প্ৰতিবাদ নকৰ কিয় ? হেৰ, মোৰ আচল বয়সটো মামীয়েৰক নকলো, কি বিশ্বাস, ছোৱালী মানুহতো, ফুচুল খাই যদি আচল বয়সটো যমক কৈ দিয়ে ? মোক অকৰা বুলি ভাবিছ ?"

মোমায়ে কিমানলৈকে পঢ়িছিল সেই বিষয়েও বিভিন্ন মত আছে। কোনোৰ মতে মোমায়ে এণ্ট্ৰেন্স পাছ কৰি কলেজতো পঢ়িছিল। কোনোৰ মতে সিমান নহয়, কিন্তু হাইস্কুলৰ ওপৰ শ্ৰেণীলৈকে নিশ্চয় পঢ়িছিল। পঢ়া যিমানেই নহওক, তেওঁ যে কিতাপ আলোচনী যথেষ্ট পঢ়া মানুহ, তেওঁৰ কথা-বতৰাৰ পৰাই তাৰ প্ৰমাণ পোৱা যায়। তেওঁৰ বহুত পদ্যৰ শাৰী মুখস্থ আছে, অসমীয়া, বঙলা, ইংৰাজী আনকি ফাৰ্চী-উৰ্দুও। এনেই পাবলৈ কলে নেপায়, কয়, "মই তহঁতক

গাই শুনাবৰ কাৰণে কালিদাস, চেক্সপীয়েৰ, হাফিজে কবিতা লিখিছিল নেকি, মোৰ মনত নাই, চে'ৰ আছিল জান, চব পাহৰি গলো।"

"লিখি নথলা কেলেই ?"

"হেৰ কবিতা কাগজত লিখেনেকি ?"

"নিলিখে যদি কিহতনো লিখে মোমাই ?"

"মই কেনেকৈ জানিম ? পদুমৰ কঁপি থকা পাতত নখেৰে লিখে হেনো। ভেনেকৈ কোনে লিখিছিল ক'চোন ? ও তহঁতে ক'ব নোৱাৰ। ময়ো ক'ব নোৱাৰো—কোনোবাই আকৌ আহিনমহীয়া ধাননিত জোনাকেৰে লিখে—যা, যা, সেইবোৰ কথা শুনিবলৈ তহঁতৰ লাজ নেলাগে ?"

তাৰ পিছত সকলৈ কয়, "ওঁঠেৰে লিখে বুজিলি ?"

"ওঁঠেৰে কবিতা লিখে! ক'ত ?"

"কেলেই কম তহঁতক, যা, যা, নিলাজহঁত মোৰ পৰা কথা উলিয়াবলৈ আহিছ। মই অকৰা নহওঁ বুজিছ। আধাবলীয়া ইংৰাজ ডেকা ল'ৰা এটাই কি লিখিছিল জান— ?

Miserable men are wrought into poetry by wrong,
They learn in suffering
What they teach in song — ধেৎতেৰি।"

মোমাইৰ মুখৰ কবিতা আবৃত্তি শুনাতকৈ তেওঁৰ মুখৰ ৰাজপুত্ৰ আৰু ৰাজকন্যাৰ গল্প কাহিনী শুনি মোৰ ভাল লাগে। যেতিয়াই মোমাইক লগ পাওঁ, তেতিয়াই নানা ছলবুধি কৰি ফুচুলাই মেলি তেওঁৰ মুখৰ কাহিনী শুনো। কবলৈ ক'লে নকয়, অলপ ৰেয়া পোৱা যেন দেখুৱালে কয় :

"ৰাজকোঁৱৰৰ সাধু, কলো নহয় কেইটামান, আৰু নাই—"

"সিবাৰ কৈছিলা নহয়, অন্য এদিন কম বুলি। আমি জানো তুমি আমাক ফাকি নিদিয়া—"

"কৈছিলো নেকি, তেনে হলেতো নকলে বেয়া কথা হব। পিছে অন্য এদিন মানে আজি বুলি কৈছিলো নেকি ?"

"ও' কৈছিলাতোন, কৈছিলা নহয়—বা-বতৰ ভাল হয় যদি, কোনো-বাই চাহ-জলপান খুৱায় যদি, কোনোবাই চুণ ধপাত ভালকৈ দি তামোল খুন্দি দিয়ে যদি, সাধুটো কৈ থাকোতে বা কৈ শেষ হলে কোনোৱে একো নোসোধে যদি তুমি এটা মজাৰ সাধু কবা। এইয়া খুন্দা তামোল, চাহ-জলপানো হব, তুমি সাধুটো কোৱা, আমি একো নোসোধোঁ।"

মোমায়ে সাধু ক'বলৈ আৰম্ভ কৰে—তেওঁৰ চকু আধা মুদা, মুখত খুন্দা তামোলৰ মোকোৰা।

"ও' শুন, এটাহে কম পিছে।"

"আজি বাৰু এটাকে কোৱা—"

"ৰজাৰ কোঁৱৰ তেতিয়া বাৰু কিমান ডাঙৰ আছিল? ইমানটি। মোৰ হাতেৰে ডেৰ হাতমান। চাৰি বছৰীয়া নহলে পাঁচ বছৰীয়া। পাঁচ বছৰীয়া হলে ৰজাৰ কোঁৱৰ কিমান ডাঙৰ হয় কব পাৰ?",

"ওঁহো—"

"বাৰু হব দে। ভাঠ কুঁৱলী পৰিছিল। পুহমহীয়া জাৰ, বৰ জাৰ জানিছ। ৰজাৰ কোঁৱৰক শুৱাই থৈছিল। সোণৰ পালেঙত, দগ্‌দগীয়া জুই একুৰা জ্বলি আছিল। ৰজাৰ লৰাৰ টোপনি আহিছিল। জাৰে জুয়ে দন লাগিছিল।

টোপনিতে ৰজাৰ লৰাই সপোন দেখিছিল। কচোন কি সপোন দেখিছিল?

"তুমি কোৱাঁ। আমি কেনেকৈ জানিম?"

"ও, নেজান যদি নেমাতিবি।"

ৰজাৰ লৰাই সপোন দেখিছিল: কোমল কোমল, মিঠা মিঠা, চেঁচা বতাহ বলিছে, হাত-ভৰিবোৰ চেঁচা লাগিছে। সকলৈকে বঙা বেলি এটা ওলাইছে—তাৰ পৰা মিঠা তপত ৰ'দ ওলাই আহিছে। এখন সোণালী ৰূপালী দোলাত উঠি ৰজাৰ কোঁৱৰ ফুৰিবলৈ গৈছে। পিছে পিছে লগুৱা লিকচৌ, হাতী ঘোঁৰা। কোনোবাই পেঁপা বজা-

ইছে, নতুন ধাননি পথাৰৰ ফুফুঁৰীয়া গোন্ধ বতাহত ওপঙি আহিছে। নতুন বৰা ধানৰ চিৰা ভাল গোন্ধায় নে নোগোন্ধায় ?"

মই মূৰ দুপিয়ালো—গোন্ধায়।

"বজাৰ লৰা দোলাত উঠি গৈ আছে। কোনোবাই ঢোল বজাইছে, কোনোবাই নাচিছে। পিছে বেলিটোৰ তাপতকৈ বতাহৰ জোৰহে বেছি। বজাৰ লৰাৰ হাত্-ভৰিবোৰত সেঙেটা লাগিছে, জাৰ লাগিছে, ঠেঁটুৱৈ ধৰিছে—"

"তাৰ পিছত ?"

"তাৰ পিছত আৰু কি! সাৰ পাই গলো।"

"কোনে সাৰ পালে, বজাৰ কোঁৱৰৰ কথাহে কৈছিলা ?"

"এঃ তইঁতে নুবুজ, বজাৰ লৰানো কোন, মইনো কোন ? তইঁতে বুজা নাই নহয় ? জুইকুৰা নুমাই গৈছিল। যেবৰ জল-ভাইদি সোমাই আহিছিল। বৌটি মনে মনে মোৰ কোঠাৰ পৰা উঠি গৈছিল, মনে মনে, চুপ্চাপ। ফটা কেথাখন মোৰ গাৰপৰা কেনেবাকৈ পিচলি তললৈ পৰি গ'ল। তেতিয়াও কুটিমুচি শুই আছিলো, পিছে সেই দোকমোকালিতে বৌটিয়ে ঢেকীত চিৰা নে কিবা খুন্দিবলৈ লৈছিল। ঢেকীৰ ঢেংকুচ ঢেংকুচ শুনি মই সাৰ পাই গলো। ঢেকীৰ মাতে ঢোলৰ মাতে একে নহয় নেকি ?"

"তাৰ পিছত কি হ'ল মোমাই ?"

"তাৰ পিছত মই চাবি-পাটিৰপৰা নামি আহিলো। বৌটিয়ে আধাফটা পুৰণি গামোচাখন গাঁঠি দি ডিঙিত বান্ধি দিলে। নুমুৱা জুইকুৰা ধৰি দিলে আৰু কলে, 'বাহিৰলৈ নেযাবি, বৰ জাৰ'—"

"বজাৰ লৰাৰ পিছে কি হ'ল ?"

"কি হ'ব আৰু, জুইৰ ওচৰতে বহি জুই কুৰাই বহুত পৰলৈকে বহি থাকিল।"

"তাৰ পিছত ?"

"আজি নহয় আৰু। অন্য এদিন কম, যাহঁক।"

অন্য এদিন ৰবকৈ ধৰাত মোমায়ে আৰু এটা সাধু কলে :

প্ৰকাণ্ড এখন হাবি। বিয়াগোম বিয়াগোম গছ। গছবোৰৰ পাতবোৰ ৰুণজুনকৈ জিলিকি আছে। ৰবৰব একোখিলা পাত তিৰ্-বিৰ, তিৰ্‌বিৰ, পাতবোৰত কিবা সোণালী ৰূপালী কথা লিখা আছে। ৰজাৰ কোঁৱৰ সেই হাবিখনৰ মাজেদি গৈ আছে। লগত সমনীয়া এজাক ল'ৰা-ছোৱালী। সিহঁতে তললৈ চোৱাই নাই। চাইছে সোণালী ৰূপালী পাতবোৰলৈ, পাতবোৰত কিবা বৰ ভাল ভাল, দামী দামী কথা লিখা আছে। পাতে পাতে লিখা থকা কথাবোৰ যি বুজিব পাৰিব, সেয়ে এই হাবিখনৰ সিমূৰে থকা পকা পকা মিঠা মিঠা, ৰঙা-ৰঙা গুটিবোৰ খাবলৈ পাব। গুটিবোৰে ৰুণজুণ কৈ তিৰবিৰাই আছে। ৰজাৰ কোঁৱৰে এবাৰ সেই সোণালী-ৰূপালী গছপাতবোৰলৈ চায়, এবাৰ সেই গুটিবোৰ থকাৰ ফালে চায়।

ৰজাৰ কোঁৱৰ গৈ আছে, গৈ আছে, গৈ আছে। লগৰ সম-নীয়া কিছুমান পাৰ হৈ গৈছে। ৰজাৰ লৰায়ো সোণালী ৰূপালী পাতবোৰ ছিঙি বুটলি লৈ পাৰ হৈ যাব খুজিছিল, মাজতে এটা খাল আছিল। জাপ মাৰি খালটো পাৰ হ'ব খুজিছিল, জোটাপুটি লাগিল, তাতে পৰি গ'ল। হাবিখনৰ সিপাৰৰ ৰঙা ৰঙা পকা-পকা গুটিবোৰ নোহোৱা হৈ গ'ল। হাবিখনৰ সোণালী ৰূপালী পোহৰবোৰ হঠাতে নোহোৱা হৈ গ'ল, হাবিখন মেঘ যেন ক'লা হৈ গ'ল।

মোমাই ৰ'ল।

"তাৰ পিছত ?"

"তাৰ পিছত সাৰ পাই গলো।"

"নহয়, তাৰ পিছত ৰজাৰ লৰাই কি কৰিলে ?"

"পিতায়ে ক'লে, 'হ'ল, হ'ল, যি পঢ়িলি শুনিলি আমাৰ নিচিনা মানুহৰ কাৰণে সেয়ে বহুত। পঢ়া-শুনা সেইবোৰ ডাঙৰ মানুহৰ, ডাঙৰ মানুহৰ ল'ৰা-ছোৱালীৰ কাৰণে। পিয়ানৰ অৰণ্য মহা অৰণ্য! সেই অৰণ্যত সোমাই তই কি বিদ্যা অৰ্জন কৰিবি, পঢ়ি শুনিনো

কি ৰাজপাট খাবি, হালোৱাৰ লৰা হালোৱা, তহঁতৰ মুখত হাড়-ভঙা খাটনি খাটিও দুবেলা দুমুঠি ভাতকে দিব নোৱাৰো, ফলি-পুথিৰ দাম দিম ক'ৰ পৰা ?"

"হাবিখনৰ সোণালী ৰূপালী গছপাতবোৰ পিছে কি হ'ল ?"

"সেইবোৰ আছে। পিছে অলপ গৈয়ে আগৰ খালটোত যে পৰিলো, তাত বৈ গলো— ক'ত আৰু গিয়ান বিৰিখৰ অৰণ্যত সোমাই শাস্ত্ৰ ভাগৱতৰ পাত লুটিয়াবি ?"

+ + + +

আৰু এদিন মোমায়ে আৰু এটা সাধু ক'লে।

"এইবাৰ জানিছ ৰজাৰ লৰা ৰজাৰ কোঁৱৰ হ'ল। একদম চফল ডেকা। মূৰত কিচ্‌কিচ্‌ কৰে কেঁকোৰা চুলি, এই শকত-শকত, লোহোৰা-লোহোৰ হাতভৰি, এই তেজে মুখে ফুটিযাওঁ ফাটি যাওঁ চেহেৰা। এনেয়ে ৰাজকোঁৱৰ, তাতে ৰূপহ ডেকা ৰাজকোঁৱৰ। ডেকা ৰাজকোঁৱৰ ঘূৰি ফুৰে, উৰি ফুৰে। পখীৰাজ ঘোঁৰাত উঠি উদয়গিৰিৰ পৰা অস্তগিৰিলৈ যায়। ৰূপালী পালতৰা পানচৈত উঠি ৰূপৰ ঘাটৰ পৰা সোণৰ ঘাটলৈ যায়। ভাৱৰৰ দোলাত উঠি মেঘৰ দেশৰ কাৰোবাক চাবলৈ যায়।

এদিন জানিছ—

এখন প্ৰকাণ্ড ময়ূৰপখী নাৱত—কিমান ডাঙৰ নাও জানিছ ? এখন গাঁৱৰ সমান—তাত পাচিয়ে পাচিয়ে দোনমনীয়াকৈ বোজাই কৰা—কি কচোন ?

ধান চাউল ?

আলু মাহ ?

ধেৎতেৰি, তহঁতবোৰ সকলো মাহ খোৱা বটুৱা ঘোঁৰা। তাত জানিছ চপৰা চপৰে সোণ, ৰূপ, হীৰা, মুকুতা। নাওখন আপোনা-আপুনি নৈৰ সোঁতত উজাই গৈ আছে—টিওত বহি গৈছে ৰাজকোঁৱৰ। ৰিব্‌ৰিবকৈ বতাহ বলিছে, কুল্‌কুল্‌কৈ নৈ বৈছে, ঢৌ ঢৌ

কৰে নাও গৈছে। পাৰৰ গৰাৰ ওপৰত, বিৰিঙানিৰ মাজত কোনো-বাই দীঘলকৈ সুহুৰিয়াইছে, উকিয়াইছে, কাবোবাক চিঞৰি মাতিছে।

নাওখন গৈ আছে—এই ঘাট পাওঁ. পাওঁ। কিবা এটাত নাওখনে খুন্দা খালে। একটীয়া হৈ গ'ল, সোণ,ৰূপ, হীৰা মুকুতাৰ পাচিবোৰ নৈৰ পানীলৈ সৰি পৰিল।

"তাৰ পিছত?"

"তাৰ পিছত সাৰ পাই গলোঁ।"

"ৰাজকোঁৱৰৰ কি হ'ল?"

"অ' ৰাজকোঁৱৰৰ পাচিৰ পৰা বনৰীয়া কচুবোৰ সৰি পৰিল।"

"কি বনৰীয়া কচু মোমাই?"

"গাঁৱত আকাল হৈছিল। ধান-চাউল পাবলৈ নোহোৱা হৈছিল। মানুহবোৰে লঘোণত কলমলাইছিল। উপায় নেপাই হাবিয়ে বননিয়ে বনৰীয়া আলু কচু বিচাৰি ফুৰিছিল। তাকে সিজাই পুৰি খাই পেটৰ জ্বালা মাৰ নিয়াইছিল।"

"পিছে ৰাজকোঁৱৰে তেতিয়া কি কৰিছিল?"

"কি কৰিব আৰু। কোৰ চিপৰাং পাচি লৈ হাবিত বনৰীয়া কচু বিচাৰি ফুৰিছিল। দিনটো ফুৰি যি পায় গধূলি তাকে ঘৰলৈ আনি পুৰি সিজাই খাইছিল।"

"নাওখনত যে পাচিয়ে পাচিয়ে সোণ ৰূপ দোনমনীয়াকৈ আনি-ছিল?"

"ও আনিছিলেতো। সেইবোৰ আছিল খালে খজুৱতি উঠা বনৰীয়া কচু। বুজিলি? যাহঁক.... ... "

\+ + + +

সেইদিনা মোমাইৰ মনটো কিবা নেজেকদা হৈ আছিল, কিবা যেন চিন্তা কৰি আছে। ৰাজকোঁৱৰৰ সাধু শুনিবৰ মন গৈছিল যদিও, মোমাইক কবলৈ কওঁনে নকওঁ সোধোৰ-মোৰত পৰিছিলো।

গোনে গোনে সাধুকথাৰ কথা নুজিয়াই সুধিলো, "মোমাই

গাটো ভাল নহয় নেকি ? মনটো মাৰি থকা যেন দেখিছো—?"

"হেৰ' মোৰ গাটো বাৰু দেখিছ, মনটো আকৌ ক'ত দেখিলি ?"

"চকুমুখ দেখিলেই মনটো দেখা যেন নেলাগে জানো ?"

"হেৰ ভাগিন, তই যে ইমান অকৰা হৈ আছ আজিহে জানিলো। মনটো হঠাৎ নাকে মুখে লাগি থাকে ? কি হল জান ?"

তেওঁ ৰাজকোঁৱৰৰ সাধু ক'ব বুলি আশা কৰি মোমাইৰ ওচৰ চাপি বহিলো ।

"ওঁ কোৱা মোমাই —সাধু কবা নহয় ? ৰাজকোঁৱৰৰ সাধু ?"

"ৰাজকোঁৱৰৰ সাধু নকৈ আৰু খৰিভাৰীৰ কথা কমনে ?"

"এৰা, ৰাজকোঁৱৰৰ সাধুহে ভাল লাগে, কোৱা মোমাই—"

"ওঁ সেইবোৰ তহঁতে নাই দেখা। আজিকালি নাই, তাহানি আছিল ।"

"কিনো ?"

"ফাগুন মাহ। পূৰ্ণিমাৰ জোনাক। ফুলৰ ফুৰফুৰীয়া গোন্ধ। বতাহৰ ৰিব্‌ৰিবনি। মউজুটিৰ গুণগুণনি। শুকান নবাৰ খৰমৰনি, মৰ্‌মৰণি। কিবা বনৰীয়া চৰাইৰ মিঠা গান। আবেলি দূৰ আকাশেদি উৰি যোৱা বগলীৰ জাক। ..."

"এইবোৰনো কি গাইছা মোমাই ? ৰাজকোঁৱৰৰ সাধু নোকোৱা কেলেই ?"

"তাকেইতো কব খুজিছো। তেতিয়া সেইবোৰ আছিল, আজিকালি নাই। আছে জানো ?"

"আছেতোন। ৰাজকোঁৱৰহে নাই।"

"তেতিয়া আছিল। কি হল জান ? ফুলবোৰ ফুলি আছিল—হাজাৰ হাজাৰ, লাখ লাখ, ৰং-বিৰঙৰ ফুল। তেনেকুৱা ফুল তহঁতে দেখাই নাই। পানীৰ মাজত ফুলা সোলাপ দেখিছ ? বামত ফুলা পদুম দেখিছ ? দিনত ফুলা চন্দ্ৰকান্তি, ৰজনীগন্ধা দেখিছ ? ৰাতি ফুলা থলপদুম দেখিছ ? ৰঙা খৰিকাজাই ? সোণবৰণীয়া

তগৰ ? কাঁইট নোহোৱা কেতেকী ফুল ? গোন্ধত মহমহাই থকা হাচনাহানা ! কত যে ফুল !"

"এইবোৰনো কিহৰ কথা কৈছা বুজাই নাই মোমাই। ৰাজকুমাৰৰ কি হ'ল ?"

"সেই ফাগুনৰ মাজে মাজে, সেই ফুলনিৰ মাজে মাজে, সেই মহমহীয়া গোন্ধৰ মাজে মাজে, হাতত ধৰাধৰিকৈ গৈ আছিল ৰাজকোঁৱৰ আৰু ৰাজকুঁৱৰী—ছাহাজাদা আৰু ছাহাজাদী, প্ৰিন্স আৰু প্ৰিন্সেছ, ফুলনিৰ মাজে মাজে সোণেৰে-ৰূপেৰে বন্ধোৱা আলি, ফুল যেন কোমল। ৰাজকোঁৱৰ-ৰাজকুঁৱৰী একদম ডেকা, একদম গাভৰু, একদম জোৱান—ইয়ং। ফুলনিখন ইমান ডাঙৰ, ইমান আহল-বহল, শেষেই নহয়।"

আমি মোমাইৰ মুখলৈ চালো।

মোমায়ে বাহিৰৰ ফালে চাই আছে, চকু আধামুদা। মুখৰ বিড়িটোও নুমাই গৈছে।

"যা যা তহঁতে সেইবোৰ কথা শুনিব নেপায়। ডেকা-গাভৰুৰ কথা। ডেকা ৰাজকোঁৱৰ আৰু গাভৰু ৰাজকুঁৱৰী। ফুল কাৰ কাৰণে ফুলে জান ? ডেকা-গাভৰুৰ কাৰণে। ডেকাই হাঁহে কাৰণে ফুলে হাঁহে, গাভৰুৱে ৰং কৰে কাৰণে ৰামধেনু ওলায়।

ৰাজকোঁৱৰে কুঁৱৰীৰ হাতত ধৰি কয়, 'তুমি আৰু মই—আৰু কোনো নাই। দুনীয়াত আৰু কোনো নেথাকিব। তুমি থাকিবা আৰু মই থাকিম। আমি দুয়ো থাকিম। আমি যেতিয়ালৈকে থাকোঁ, তেতিয়ালৈকে ফুল থাকিব, জোনাক থাকিব, চৰাইৰ গান থাকিব, ফুৰ্ফুৰীয়া গোন্ধসনা মলয়া বতাহ থাকিব।'

ৰাজকুঁৱৰীয়ে কৈছিল, "তুমি সদায় মোৰ হৈ থাকিবা, মই সদায় তোমাৰ হৈ থাকিম। ধুমুহা আহক, ভুঁইকঁপ আহক, দুনীয়া ভাগিছিগি খানখান হওক,—আমি দুয়ো থাকিম।'

ৰাজকোঁৱৰে ওমৰ খায়য়ামৰ কবিতা গাইছিল। তহঁতে সেইবোৰ কবিতা নুবুজিবি।"

"ৰাজকোঁৱৰে কবিতা গায় নে মোমাই?"

"ৰাজকোঁৱৰে কবিতা নেগায় কোনে গায়? তহঁতৰ গাঁৱৰ দুখীৰামৰ পুতেকে?

সেই নিৰলাত থাকিম নিজানে,
কাষত তোমাৰ মধুৰ গান,
কটি এটুকুৰা সুৰাৰ পিয়লা,
কবিতা কুঁৱৰী আকুল প্ৰাণ।

ওঁ তহঁতে সেইবোৰ নুবুজ। নিৰলা মানে কি জান? সুৰা—আ, তাৰ নাম ক'ব নেপায়—হা-ৰা-ম। আকুল—কচোন আকুল মানে কি, মোক নুসুধিবি, ময়ো নেজানো।"

"ৰাজকোঁৱৰ-ৰাজকুঁৱৰীৰ কি হ'ল পিছে?"

"কি হ'ব আৰু? হাতত ধৰাধৰি কৰি ফুলনিৰ মাজে মাজে গৈ আছিল—ফুলবোৰ ৰমক-জমককৈ ফুলি আছিল, চৰাইবোৰে গান গাই আছিল—"

"তাৰ পিছত?"

"তাৰ পিছত, সাৰ পাই গলোঁ—"

"তাৰ পিছত?"

"তাৰ পিছত বৌটিয়ে ক'লে, 'লাজ নাই। বাওনা হৈ চন্দ্ৰলৈ হাত মেল। ধনী মানুহৰ ৰূপহী ছোৱালী—লাগ বুলিলেই তোলৈ দিবনে? যি যিমানৰ সিমানত থাকিব লাগে। তেনেকুৱা এজনী ছোৱালী আনি থবিহি ক'ত? খুৱাবি কি? কচু-চেকীয়া? সেইবোৰ আলাসত চাংপতা কথা বাদ দে। মাজ-গাঁৱৰ সৰু মইনাৰ মাজু ছোৱালী জনী দিওঁ বুলিছে। চেকীয়ে পানীয়ে, বোৱাই তোলাই ছোৱালীজনী কাজুৱা। দেখাই মেলায়ো তেনেই পৰিমৰা বিধৰ নহয়, বৰণটোহে ক'লা আৰু নাকটো অলপ খঁৰা হ'ব নোৱাৰিছে। তোৰ নিজৰ

চেহেৰাটোও কেতিয়াবা কাবোবাৰ ঘৰৰ আচাঁত চাই আছিবিচোন। ইফাল সিফাল নকৰিবি, আমি যি কৈছো তাকে কৰ, তাইকে আন।”

“মোমাই, ৰাজকোঁৱৰৰ পিছে কি হ'ল ?”

“কি হ'ব আৰু ?
ৰুটি এটুকুৰা, চাহৰ পিয়লা,
সৰু মইনাৰ ছোৱালী আন।”

“ফুলনিখন পিছে ?”

“ফুলনি ৰাজকুঁৱৰীৰ লগে লগে গ'ল।”

“ৰাজকোঁৱৰ ক'লৈ গ'ল ?”

“ৰাজকোঁৱৰ কৰবালৈ গুচি যোৱা হলে, তহঁতকনো এইবোৰ সাধুকথা কলেহেঁতেন কোনে ?”

+ + +

আৰু এদিন মোমাইক ৰাজকোঁৱৰৰ সাধু কবলৈ খাটনি ধৰিলো।

মোমায়ে ক'লে, “হেৰ, ৰাজকোঁৱৰ, সদায় ৰাজকোঁৱৰ হৈ নেথাকে।”

“তেতিয়ানো কি হয় ?”

“বিয়া কৰোৱাৰ পিছত আৰু কোঁৱৰ হৈ নেথাকে। তেতিয়া মহাৰাজ হয়, জাহাঁপানা হয়, স্বৰ্গদেউ হয়—

“জানিছ, আগৰ মন্ত্ৰী থকা মানুহ এজন এম্-এল্-এ হ'বৰ কাৰণে উঠিল। তেওঁ আহি ৰাজকোঁৱৰক ক'লে, 'এইবেলি এম্-এল্-এ হৈ মন্ত্ৰী হৈ লওঁ। তাৰ পিছত দেখিবি, তই আৰু এনেকৈ থাকিব নেলাগে, তই ৰাজকোঁৱৰ, তোৰা মই গতি লগাম, তই মোৰ কাৰণে খাটি দে।'

... হাজাৰ হাজাৰ মানুহ, মতা-তিৰোতা, ডেকা-বুঢ়া, ল'ৰা-ছোৱালী —হাজাৰ হাজাৰ, লাখ লাখ। সকলোৱে মুখলৈ চাই আছে, কোনোৰে এষাৰো মাত মতা নাই। কি মাতিব ? ধুনীয়া ধুনীয়া গাভৰু-গাভৰু জাকে জাকে ছোৱালী, হাতত ফুলৰ মালা ভাবী মন্ত্ৰীৰ ডিঙিত পিন্ধাবলৈ থিয় দি ৰৈ আছে।

ভাৱী মন্ত্ৰীয়ে চিঞঁৰি চিঞঁৰি বক্তৃতা দিছে :

"ৰাইজ, ৰজা-মহাৰজাৰ দিন উকলিল, এতিয়া ৰাইজেই ৰজা। আপোনালোকেই, ভোটাৰ সকলেই এতিয়া ভোটাতৰা। আপোনালোকৰ হাতত কিমান শক্তি আছে আপোনালোকে নিজেই নেজানে। আপোনা-লোকৰ সেৱা কৰিবৰ কাৰণেই মই ঘৰ-বাৰী, ল'ৰা-ছোৱালী, কাম কাজ এৰি ওলাই আহিছো, ভাত নাই, পানী নাই, জিৰণি নাই, টোপনি নাই—গাৱেঁ গাৱেঁ ঘূৰিছো। ৰাইজ, মোক সমৰ্থন কৰক। শোষণ নিষ্পেষণ শেষ কৰিব লাগিব। এই যে আমাৰ লাখ লাখ দৰিদ্ৰ জনতা, তেওঁলোকক উদ্ধাৰ কৰিব লাগিব। ...."

জাউৰীয়ে জাউৰীয়ে হাত চাপৰি পৰিছে, মানুহবোৰে উল্লাহত হৈ জয়ধ্বনি দিছে, নাচিছে, জপিয়াইছে, কিৰিলিয়াইছে। জয় ভাৱী মন্ত্ৰীৰ জয়, জয় দেশপ্ৰেমিক দেশ সেৱকৰ জয়। ...

আ, হেৰ পলা পলা, কোনোবাই শিলগুটি মাৰিছে, কোনোবাই খেদি আহিছে। মানুহবোৰৰ হাতে হাতে দেখোন লাঠি-টোকোন। এখন যুদ্ধই লাগি যাবনেকি এতিয়া ?

পলা, পলা, প্ৰাণৰক্ষা কৰ।

ৰাইজ, শুনক ৰাইজ, ক্ষন্তেক ৰওক ৰাইজ।

মোমাই ৰ'ল।

যেন চলি গৈ থকা ৰেলগাড়ী এখন ষ্টেচন পাই বৈ গ'ল।

"তাৰ পিছত কি হ'ল মোমাই।"

"তাৰ পিছত—সাৰ পাই গলোঁ।"

"নহয়, ভাৱী মন্ত্ৰীৰ কি হ'ল, ৰাজকুমাৰৰ, অ' ৰাজকুমাৰ নহয়, জাহাঁপানাৰ কি হ'ল ?"

"পিতাই বৰ গালি পাৰিলে, হেৰ' সেইবোৰ ধন পইচা থকা ডাঙৰ মানুহ। এম্ এল্-এ হয়, মন্ত্ৰী হয়, ৰজা হয়, হৈ থাকক। ঘৰ-বাৰী এৰি, কাম-কাজ এৰি, সেইবোৰৰ পিছে পিছে ইফালে সিফালে ঘূৰি ফুৰিলে তোৰ কি লাভ হ'ব ? আজ দুপৰৰ মাৰপিটৰ খাজত

সোমাই মাৰ খাই মৰিবলৈ গৈছিলি কিয় ? গা ঘূণীয়া কৰি অইনক ৰজা পাতিব নেলাগে। ঘৰৰ কাম-বন কৰ, খেতিবাতি, গৰু-ছাগলী চা, এই বুঢ়া দেহাৰে মই আৰু কিমান টানিম ?"

"মোমাই, এইবোৰনো কাৰ কথা কৈছা ?"

"কাৰ কথা কম আৰু ? তহঁতৰ এই মোমায়েৰৰ কথা। মনে মনে ভাবিছিলো লাগি ভাগি এজনক এম্‌-এল্‌-এ, মন্ত্ৰী পাতি লব পাৰিলে জীৱনৰ এটা গতি লাগিব। পিছে পিতায়ে গৰু ৰখিবলৈ লগাই দিলে, মামীয়েৰজনীৰো দেখোন আজি জ্বৰ, কালি খৰ নুগুচেই। এনেই পিছে মানুহজনী বেয়া নাছিল। চেহেৰাটোনো কি পুৰি খাবলৈ লাগিছে ?"

+ + +

এইবাৰ ভালেমান দিনৰ মূৰত মোমাইক লগ পালো, খীণাইছে। দাড়িবোৰো প্ৰায়বোৰ পকিছে। কিন্তু মনটো মৰা নহয়, ৰংমনে থকা যেনেই লাগিল। পিছে ৰং মনে থকাৰ কিবা কাৰণ আছিল যদি ক'ব নোৱাৰো। এইবাৰ তেওঁক ঘৰৰ পৰা আঢ়ৈশ মাইলমান দূৰত লগ পালো। এঘৰ মানুহত।

"ভাগিন নহয়নে ? তই ক'ৰপৰা আহি ইয়াত ওলালিহি ? নে মই ক'ৰবাৰ পৰা আহি ইয়াত ওলালোঁহি ? বহুত দিন দেখোন তোৰ ছঁাটোও দেখা পোৱা নাই। কথা:টোনো কি ?"

"বহুত দিন ময়ো মোমাইহঁতৰ ঘৰৰ ফালে যাব পৰা নাই। আজিকালি সংসাৰৰ বোজাও বাঢ়িল নহয়—"

"হেৰ' পৃথিবীত দুবিধ প্ৰাণী আছে যাৰ জন্ম হৈছে কেৱল বোজা ব'বলৈ। জান প্ৰাণী দুবিধ কোন কোন ?"

"এবিধৰ কথা জানো—গাধ—"

"ৰেল-মটৰ-এৰোপ্লেন ওলোৱাৰ পিছত আজিকালি গাধৰ বোজা বহুত পাতল হ'ল। গাধৰ বদনামটোহে আছে। বাৰু, তই কৈছ যেতিয়া এবিধ বাৰু গাধ। আন বিধ ?"

মই মূৰ খজুৱালোঁ।

"হেৰ', আনবিধ মানুহ। এই কথাষাৰ যদিও কোনো ধৰ্ম্ম-শাস্ত্ৰ বা আইনৰ কিতাপত লিখা নাই,—আছে যদিও মই পঢ়া নাই—তথাপি মানুহক বিধাতাই বোজা ব'বৰ কাৰণেই সৃষ্টি কৰিছে—নিজৰ বোজাই হওক বা আনৰ বোজাই হওক। তই যদি বোজাই নকঢ়িয়াব, তেন্তে তই মানুহেই নহৱ। সাধাৰণ জ্ঞানৰ কিতাপত তই লেখি দিব পাৰ—মানুহ এবিধ দুঠেঙীয়া, বোজা কঢ়িওৱা প্ৰাণী। কথাষাৰ মই কৈছো বুলি নকবি।"

মোমাইৰ মনটো প্ৰসন্ন হৈ থকা যেন বুজিয়েই মই ক'লো, "মোমাই, সেই ৰাজকোঁৱৰৰ সাধুটো পিছে শেষ হোৱা নাই নহয়—নোকোৱা জানো?"

"শেষ হোৱা নাই নেকি? মই আকৌ শেষ হ'ল বুলিহে ভাবিছিলো। শুনিবি নেকি?"

"কবলৈ যদি বেয়া নোপোৱা—"

মোমায়ে আৰম্ভ কৰিলে: "ৰজা আৰু ৰাণী, ৰাণী আৰু ৰজা, আৰু কোনো নাই। নাই মানে আছে—প্ৰজাবোৰ, ইতৰ প্ৰাণীবোৰ, বিৰাট সাম্ৰাজ্য, ওপজাৰ দিনৰ পৰা গৈ থাকিলে মৰাৰ দিনাও শেষ কৰিব নোৱাৰি, ইমান ডাঙৰ ৰাজ্য। সেই ৰাজ্যত কি আছিল জান? কেৱল সুখ, হাঁহি, আনন্দ, ফুৰ্ত্তি, খা, শো, ফুৰ, খেল, হাঁহ, নাচ, গা—যি মন যায় কৰ।

ৰজাই কয়, 'ৰাণী তুমি যে ইমান সুন্দৰী, তুমি উৰ্বশী, তুমি অপ্সৰা, তুমি ৰামধেনু, আৰু তুমি বহুত কিবাকিবি।'

ৰাণীয়ে কয়, 'ৰজা, তুমি বীৰ, তুমি জ্ঞানী পণ্ডিত, তুমি যুঁজাৰু, তুমি প্ৰেমিক, আৰু তুমি বহুত কিবাকিবি…।'

ৰজা আৰু ৰাণী ফুৰিবলৈ যায়। ৰজা আৰু ৰাণীয়ে হাতত ধৰাধৰিকৈ ফলমূলৰ বাগিছালৈ গৈ যি মন যায় তাকে হেপাহ পলুৱাই খায়। তাৰ পিছত ৰাণীয়ে কয়, 'বৰ পিয়াহ লাগিছে, পানী খাম—'।

বজা পানী আনিবলৈ গ'ল ।

মোমাই ৰ'ল ।

"তাৰ পিছত কি হ'ল মোমাই ?"

"তাৰ পিছত— সাৰ পাই গলোঁ ।"

"তাৰ পিছত ?"

"তাৰ পিছত আৰু কি হ'ব, সৰু মইনাৰ মাজু ছোৱালীজনী— তিলপাহী, মোমায়েৰে যে বিয়া কৰাইছিল— ভালকৈ পেট ভৰাই এমুঠি খাবলৈ পালেহে ! আধাপেটীয়াকৈ থাকি থাকি শুকাই-খীণাই গ'ল, পেটে-কঁকালে লাগিল । চেঁচাপানী খাইনো মানুহ কিমান দিন জীয়াই থাকিব পাৰে ?

মই বোলো তিলপাহী মোক অকলশৰীয়াকৈ এৰি থৈ নেযাবি । পিছে মোৰ কথা নুশুনিলে ।

ডাক্তৰৰ ওচৰৰ পৰা ঘূৰি আহি দেখিলো ওচৰৰ মানুহবোৰে কন্দাকটা কৰিছে । মই বোলো কথাটো কি, হেৰ তিলপাহী, মোৰ ফালে এবাৰ চকু মেলি চাচোন, পানী খাবিনে, পিছে ক'ত চায় ? ওঠত দিয়া পানীচোকো গিলিব নোৱাৰিলে । মহাৰাণী তিলপাহী গোটেই ৰাজ্যখন মহাৰাজ মোমায়েৰলৈ এৰি ভুকংকৰে উৰি গ'ল ।"

কথা শুনি মোৰ চকু সেমেকিছিল । মোমাই কিন্তু স্থিৰ । যেন অন্য কোনোবা ৰজাৰাণীৰ সাধু কথাহে কৈছে । তেওঁৰ নিজৰ কথা নহয় ।

কিছুপৰ ততৰ মাৰি থাকি মোমায়ে ক'লে, "ৰাজকোঁৱৰ ৰাজ-কুঁৱৰীৰ সাধুকথা আৰু কবলৈ নকৰি । সপোনত দেখো এটা, সাৰ পাই দেখো আইন এটা । একেবাৰে নিমিলে অ' । সাৰ পালেই বিপদ—সপোনটো নোহোৱা হৈ যায় । এটামান সপোনো যদি দিন-কৰ লগত মিলিলহেঁতেন ! সপোন নেদেখাই ভাল জানিছ ।"

+ + + +

তালে কিছুদিন পাৰ হৈ গ'ল ।

মই নানা কামত ব্যস্ত আছিলো ।

এদিন ঘূৰি পকি গৈ মোমাইৰ গাওঁ ওলালোগৈ । মনতে ভাবি গৈছিলো মোমাইক লগ ধৰিব পাৰিলে আৰু এটা ৰাজকোঁৱৰৰ সাধু কৰলৈ কম ।

তেওঁৰ ঘৰৰ ফালে আগবাঢ়িলো, দেখিলো তেওঁৰ ঘৰৰ আগত এজুম মানুহ । কিবা যেন লাগিল । ওচৰ চাপি গলো ।

মোক চিনি পাই জুমৰ এজনে ক'লে, "কালি গধূলিলৈকে ভালেই আছিল । চাৰি সাজ নেখাই থাকিলেও কেতিয়াও কাকো নকয় । যিবোৰ্য়েক মৰাৰ পিছৰপৰা মানুহটো তেনেই কিবা হ'ল । খোৱা-লোৱা থকা-শোৱাৰ লাগ-বান্ধ নোহোৱা হ'ল । ৰাতিপুৱা মাত নুশুনি আমি আহিলো । দেখিলো ওপৰলৈ মুখ কৰি বিচনাত পৰি আছে । মাতিলো—মাত নাই । জপাই দিলো — লুটিয়াই বগৰাই চালো । ৰি গলে গলেই । আগে সদায় ৰাতিপুৱা সাৰ পায় ।"

এইবাৰ আৰু সাৰ নেপালে ।

# জীৱন

## শীলভদ্র

গুৰুত্বপূৰ্ণ ঘটনা এটা লৈও সকলো ক্ষেত্ৰতেই ভাল গল্প এটা লিখিব নোৱাৰি। পৌৰ নিগমৰ সৌজন্যত অনাবৃত্ত ড্ৰেইন বা ফুট-পাথৰ উন্মুক্ত মেনহ'লত ৰাতি নিষ্প্ৰদীপ অৱস্থাত পৰি ভৰিৰ হাড় ভাঙি মানুহ এজন ছয় মাহ হাস্পাতালত পৰি থাকিল। এইটো বাতৰি কাকতৰ সংবাদ হ'ব পাৰে, এই কথা লৈ সম্পাদকীয় এটা লিখাও সম্ভৱ ; কিন্তু গল্প লিখিব পাৰি জানো ?

এই ঘটনাৰ লগত জড়িত উপ-ঘটনাহে বৰং গল্প হব পাৰে। দুজন মানুহ গৈ আছে। এজন অতি সপ্ৰতিভ, মুখত ডাঙৰ ডাঙৰ কথা, আইনজন অতি নিৰীহ স্বভাৱৰ নিমাখিত মানুহ। একেই পটভূমি, হঠাতে নিষ্প্ৰদীপ অৱস্থা আৰু পৌৰ নিগমৰ উন্মুক্ত ড্ৰেইন আৰু মানুহ পৰা গাঁত। নিৰীহ মানুহজন ড্ৰেইনত পৰি গ'ল। মহা উৎসাহে কিছুমানে তেওঁক টানি তুলিলে। তেওঁৰ বাওঁহাতখন বেয়াকৈ কাটিছে। গোটেই হাতখন তেজেৰে ৰাঙলী হৈ গৈছে, আঙু-লিৰ মূৰেৰে টপ্‌টপ্‌কৈ তেজ পৰি আছে। তেওঁ হাতঘড়িটো খুলি লগৰ মানুহজনৰ হাতত দিলে। কিন্তু লগৰ মানুহজন তেজ দেখি ফুটপাথতে ফিট হৈ বাগৰি পৰিল। চেষ্টা কৰিলে বৰং লগৰ মানুহজনক লৈ হাস্যৰসাত্মক গল্প এটা লিখিব পাৰি কিন্তু জখম হোৱা মানুহজনক লৈ গল্প লিখাৰ থল ক'ত ? বিৱৰণ এটা হ'ব পাৰে। এই কথা লৈ গল্প এটা সৃষ্টি কৰা অসাধ্য বুলি নকওঁ, পিছে টান। কি লিখিব ? হাস্পাতাল চিকিৎসক, ইত্যাদি। আঘাত গুৰুতৰ হ'লে মানুহজনৰ মৃত্যু, পৰিয়ালৰ চৰম দুৰৱস্থা, ইত্যাদি। এটা ধাৰাবাহিক বিৱৰণ হ'ব পাৰে কিন্তু গল্পৰ উপাদান ক'ত ?

খুব বেছি ব্যঙ্গাত্মক নক্‌চা এখন দাঙি ধৰিব পাৰি। "গুৱাহাটী মহানগৰ।" চহৰৰ বিভিন্ন সংকটৰ ইও অন্যতম। ক'ৰবাত পঢ়িছো জংঘলত থকা আদিম মানুহবোৰে চকুৰে নেদেখিলেও সহজাত অনু-ভূতিৰে বিষাক্ত সৰ্প বা হিংস্ৰ জন্তুৰ উপস্থিতি সম্বন্ধে সচেতন হৈ উঠে। আশা কৰা যায় লাহে লাহে চহৰৰ মানুহে আন্ধাৰতো গাঁতৰ অস্তিত্ব সম্বন্ধে স্বয়ংক্ৰিয় ভাবে সচেতন হৈ উঠিব। কোনোবাই গাঁতত পৰিছে বুলি শুনিলে পুতৌৰ হাঁহি হাঁহিব। বেচেৰা গাঁৱৰ পৰা আহিছে, চহৰৰ বিপদৰ কথা নাজানে। এই বিপদসংকুল জংঘলত, মানে চহৰত, ৰাতিখন কিয়নো ওলাইছিল। ছিঃ।

ড্ৰেইনত পৰাটো গৌৰৱৰ কথা নহয়। এইটো এক ধৰণৰ অক্ষমতাৰ পৰিচায়ক। পিছে সেয়েই হ'ল। গধূলি সাত বাজিলেই। সাত বাজি পোন্ধৰ মিনিটমানত বাছখন আহে। হাতত অলপ সময় আছে দেখি চৌধুৰীৰ দোকানত সোমালোঁ। ব্ৰুৰ এটা বটল, দুই পেকেট মাখন আৰু এটা 'ফ্লাইজ ষ্টাৰ' ল'লো। চৌধুৰীৰ দোকানৰ পৰা ওলাই ওচৰৰ কিতাপৰ দোকানৰ পৰা দুখনমান আলোচনী লৈ ঘড়ি চাই দেখিলো সাত বাজি বাৰ মিনিট হৈছে। বাছ আহিবৰ হ'লেই। লৰালৰিকৈ বাছ ষ্টেণ্ডৰ ফালে খোজ ল'লো। হঠাতে গোটেইবোৰ লাইট নুমাই গ'ল। ঘিট্‌মিটীয়া আন্ধাৰ। কেনেকৈ কি হ'ল একো মনত নাই। পিছ মুহূৰ্তত দেখিলো মই ড্ৰেইনৰ ভিতৰত পৰি আছো। বাটৰ সমান্তৰাল পকা ড্ৰেইন, পাঁচ ফুট-মান দ।

মানুহে মোক টানি তুলিলে, উৎকণ্ঠিতভাবে আঘাত কিমান গুৰুতৰ জানিবলৈ বিচাৰিলে। আঘাত কিমান গুৰুতৰ সেইটো উপলব্ধি কৰাৰ শক্তি মোৰ নাছিল। হাত ভৰি ভগা নাই বুলি অস্পষ্টভাবে বুজি পাইছো মাত্ৰ। মোৰ গোটেই গা বোকাত লুতুৰি-পুতুৰি।

কোনোবা এজনে টৰ্চ মাৰি চিঞৰি উঠিল:

"বাপ্‌ৰে, ইমান তেজ !"

মই মোৰ বাওঁহাতখনৰ ফালে চালো। গোটেই হাতখন তেজেৰে ৰাঙলী হৈ আছে, আঙুলিৰ মূৰেৰে টপ্‌টপ্‌কৈ তেজ পৰি আছে।

কোনোবা এজনে তেনেকৈ চিঞৰি উঠা মানুহজনক ভাবি দি উঠিল। বুজিলো এইটো মোৰ ভালৰ কাৰণে, মই যাতে ভয় নাখাওঁ।

চাৰিও ফালৰ পৰা আহি মানুহে মোক বেৰি ধৰিলে, সকলোৱে সাধ্যানুসাৰে সহায় কৰাৰ কাৰণে ব্যস্ত। কিছুমানে ওচৰৰ চাহ দোকান এখনৰ পৰা পানী আনি মোৰ ঘা ডোখৰ ধুবলৈ ধৰিলে।

এনেতে মৃদুল ভট্ট আহি মোৰ বাউসিত ধৰি মোৰ ওচৰত থিয় হ'ল। অদ্ভুত যোগাযোগ। ঘিটমিটীয়া আন্ধাৰত গাড়ীৰে গৈ থাকোঁতে বাটৰ সোঁফালে কি হৈছে সেইটো তেওঁৰ মন কৰাৰ কথা নহয়। মোক ড্ৰেইনত পৰা দেখি তেওঁ গাড়ী ৰখা নাছিল। বিশেষ এখন আলোচনী এইখন কিতাপৰ দোকানতহে পোৱা যায় কাৰণে তেওঁ আলোচনীখন লবলৈ গাড়ী ৰখাই ৰাস্তা পাৰ হৈ ইফালে আহিছিল। ট্ৰেৰ পোহৰত মোক দেখি তৎক্ষণাৎ মোৰ ওচৰত বৈ গ'ল। মইয়ো মোৰ এই অৱস্থাত চিনাকি মানুহ এজনক দেখি সকাহ পালো। মনৰ সাহস বাঢ়ি গ'ল। অজ্ঞাতসাৰে গোটেই দায়-দায়িত্ব তেওঁৰ ওপৰত এৰি দি নিশ্চিন্ত হ'লো।

তেওঁ প্ৰথমে মোক যিখন ফাৰ্মাচিলৈ গ'ল—তাত ডাক্তৰ নাই। লগে লগে তেওঁ মোক আন এখন ফাৰ্মাচিলৈ গ'ল। ডাক্তৰজন ডেকা ল'ৰা হ'লেও অতি দক্ষ।

"নৰ্দমাৰ গেলা পেকপানী লাগি আছে, ভালকৈ পৰিষ্কাৰ কৰিব লাগিব। বেয়াকৈ থেতেলা খাইছে, দুখ পাব। ৰ'ব।"

মমৰ পোহৰত লোকাল এনেস্থেচিয়া ইন্‌জেকচন দি তেওঁ ঘা ডোখৰ চাফা কৰি বেণ্ডেজ বান্ধি দিলে। এণ্টিটিটেনাচ ইন্‌জেকচন দিলে। ৰক্তচাপ পৰীক্ষা কৰি চাই প্ৰয়োজনীয় দৰবপাতি খোৱাৰ নিৰ্দেশ

দিলে। আটাইবোৰ ব্যৱস্থা কৰি মৃদুল ভট্টই মোক ঘৰত থৈ গ'ল।

গোটেই সময়খিনি মোৰ মনত কেৱল এই প্রশ্নটোৱে জাগি থাকিল। ভট্টই কিয় বাটৰ বাওঁফালে গাড়ী ৰখাই ঠিক সেই মুহূর্তত ৰাস্তা পাৰ হৈ সোঁফালে মোৰ ওচৰলৈ আহিল ?

( ২ )

তাকেই ভাবি আছো। ওপৰত উল্লেখ কৰা ঘটনাত গল্পৰ উপাদান ক'ত ? প্রফেচৰ মিশ্রই খবৰ কৰিবলৈ আহি ধেমালি কৰি ক'লে—"মূঠতে আপোনাৰ লাভেই হ'ল।"

মই সপ্রশ্ন দৃষ্টিৰে তেওঁৰ ফালে চালো।

"দুদিনমান ঘৰৰ পৰা ওলাব নোৱাৰিব। ভালেই হৈছে। বহি বহি এই ঘটনা লৈ এটা গল্প লিখি আলোচনীত দিয়ক। পইচা পাব।"

অধ্যাপক মিশ্র নিজেই অসুস্থ। তথাপিও তেওঁ সৰু ছোৱালী জনীক লৈ মোৰ খবৰ লবলৈ আহিছে।

খবৰ পায়েই ডাক্তৰ বৈশ্যই লৰালৰিকৈ আহি বিস্ময় প্রকাশ কৰিলে।

"বৰ বাচি গৈছেহে। ভাগ্য ভাল বুলি কব লাগিব। মালিগাওঁৰ খোলা ড্ৰেইনটো মইতো দেখিছো। কমেও পাঁচ ফুটমান দ হব। এই বয়সত আপোনাৰ ক্রিমাৰ বোন ভগা নাই কিয়, আচৰিত কথা। আৰু এনেকৈ পৰিলে সাধাৰণতে মূৰত বা পুতবিত আঘাত লাগে। তেনেহ'লে তো সর্বনাশেই হ'ল হয়।"

'ক্রিমাৰ বোন' বা অইন হাড় নাভাঙিলেও হাত আৰু পিঠিত অসহ্য বিষ। লৰচৰ কৰিব নোৱাৰি। সামান্য কাহ উঠা যেন হ'লে পিঠিখন ফাটি যোৱা যেন লাগে।

খবৰ লবলৈ মানুহ আহিয়েই আছে। তেনেকৈ ঘনিষ্ঠতা নথকা মানুহেও খা-খবৰ লৈ গ'ল। মানুহৰ অকৃত্রিম এই আন্তৰিক প্রকাশ দেখি মই অভিভূত হৈ পৰিলোঁ।

সত্যমামা বুঢ়া মানুহ, তাজকৈ খোজ কাঢ়িব নোৱাৰে। নাতি হ'বা এজনক লৈ ঠেক্‌চীৰে আহিল। গভীৰ ভাবে ক'লে, "কোনোবা দুষ্ট গ্ৰহই তোক মাৰিব বিচাৰিছিল। কোনোবা গ্ৰহৰ শুভদৃষ্টি আছিল তোৰ ওপৰত, তৎক্ষণাৎ ৰক্ষা কৰাৰ ব্যৱস্থা কৰিলে। তেৱেঁই মৃদুল ভট্টকো তোৰ ওচৰলৈ পঠিয়াইছে। তোৰ কোষ্ঠীখন দিবিচোন মোক।"

বন্ধু বৰ্গমেনে ভাবি দিয়লৈ ধৰিলে।

"এইবোৰ কি? গধূলি নালায় নৰ্দমায় পৰি থকা কৰিছ বোলে? এইবোৰ তো ভাল কথা নহয়।"

কি আক কম? হাঁহিলোঁ।

"কচোন ক, কেনেকৈ পৰিলি?"

কেনেকৈ পৰিলো মই নিজেই কব নোৱাৰো। গোটেই পৰি-য়ালৰ মানুহখিনিক গাড়ীত ভৰাই লৈ ৰজত আহিল। ৰজত সম্বন্ধত মোৰ ভাই।

"দাদা. এক কাম কৰা। পৌৰ নিগমৰ বিৰুদ্ধে এটা মামলা কৰি দিয়া। দেখা যাওকচোন কি হয়।"

আকৌ হাঁহিলোঁ।

ৰজত জকি উঠিল।

"হাঁহাৰ কথা নহয়। গুৱাহাটীত ৰাতি বাটেৰে খোজকাঢ়া বিপদৰ কথা। কিমান মানুহ যে জখম হৈছে হিচাপ নাই। যোৱা বছৰ বাৰোৱাৰীৰ ওচৰত গাঁতত পৰি মানুহ এজন নমৰিল? অলপতে ৰজনী ডেকাও গাঁতত পৰি বেয়াকৈ জখম হ'ল। এতিয়াও হাস্পাতালত আছে।"

"কোন ডেকা?"

"অৱসৰ প্ৰাপ্ত ডি. পি. আই।"

"হয় নেকি?"

কিয় কব নোৱাৰো, আইন মানুহো গাঁতত পৰি জখম হৈছে

বুলি শুনি মই অলপ স্বস্তি পালো। তেকা ছাব হেনো হাস্পাতালত আছে। মই তো তেনেকৈ গুৰুতৰ ভাবে জখম হোৱা নাই।

( ৩ )

পিঠিৰ তলত গৰম পানীৰ বেগ লৈ শুই আছো। বিছনাত পৰি থকা কাৰণে নানা ধৰণৰ চিন্তাই মোক জুমুৰি দি ধৰি আছে।

পৃথিৱীৰ সকলো বস্তু ইমান ঠুনুকা। ভৱিষ্যতৰ আঁচনি, আশা আকাংক্ষা অৰ্থহীন যেন বোধ হয়। মুহূৰ্তৰ ভিতৰতে সকলো ভাঙি ধূলিত বাগৰি পৰিব পাৰে। তেকা ল'ৰা এজনে মহা উল্লাহেৰে তেওঁৰ নতুন স্কুটাৰত উঠি প্ৰেমিকাক লগ ধৰিবলৈ ওলাল। উপপথৰ পৰা তীব্ৰ বেগেৰে আহি হঠাতে ট্ৰাক এখনে স্কুটাৰখনক খুন্দা মাৰি ল'ৰাজনক বিশ হাত দূৰত ছিটিকাই দিলে। তালিকাখন বহল কৰি লৈ যাব পাৰি। ট্ৰেইন দুৰ্ঘটনা, বাছ দুৰ্ঘটনা, সাম্প্ৰদায়িক সংঘৰ্ষ, বোমা বিস্ফোৰণ। বাতৰি কাকতত চকু দিলেই চকুত পৰে বিভিন্ন দুৰ্ঘটনাৰ খবৰ। এইবোৰ যিকোনো এটা দুৰ্ঘটনাৰ বলি যিকোনো মুহূৰ্তত মই নিজেই হব পাৰো। মোৰ নিজৰ দুৰ্ঘটনাটোৱেই আৰু বহুতো বেছি গুৰুতৰ হব পাৰিলে হয়। প্ৰত্যেকেই একেোবাৰ আতংকৰ ভাব প্ৰকাশ কৰিছে, "বাপৰে, খুব বাচি গৈছে।"

তেনেহলে কথা এইয়েই! বাইনোকুলাৰেৰে চালে বহুত দূৰৰ বস্তু এটা জাপ মাৰি চকুৰ ওচৰত আহি যায়। মৃত্যু হবই কিন্তু চৌবিশ ঘণ্টা কাৰো এই কথাষাৰ মনত নাথাকে। বহুত দূৰৰ এটা অস্পষ্ট দৃশ্য, চেতনাৰ প্ৰান্তসীমাত অৱস্থিত। হঠাতে দৃশ্যটো বৰ অস্বস্তিকৰ ধৰণে স্পষ্ট হৈ উঠিছে।

মূৰত খুন্দা খাই মৰিও থাকিব পাৰিলো হয়। জীৱনৰ আশা আকাংক্ষা অৰ্থহীন বুলি ভাব হৈছে। জীৱনত কি পালো কি নাপালো তাৰো কোনো মূল্য নাই। যিবোৰ বস্তুক মোৰ জীৱনৰ

সফলতাৰ নিদৰ্শন বুলি ভাবি আছিলো সেইবাবেই আজি পুতৌলগা ধৰণৰ অপ্ৰতুল বুলি উপলব্ধি কৰিছো। বংচজীয়া অকামিলা বস্তু। সৰু ল'ৰা এজনে জ্যামিতি বাকচত যত্ন কৰি থৈ দিছে। পিছত ক'ত হেৰাই যাব কি ঠিক ?

ভট্., ভট্., ভট্.,।

ম'টৰ বাইকৰ শব্দ শুনিলেই তৎক্ষণাৎ মই শংকিত হৈ উঠো। আজিও উঠিলো। ডাঙৰ ল'ৰাজন এইকেইদিনমান ঘৰতেই আছিল। মোক ভালে থকা দেখি আজি আকৌ বাইকখন লৈ ওলাইছে। জানো চিন্তা কৰি লাভ নাই। এই মুহূৰ্তত হাজাৰ হাজাৰ ডেকা ল'ৰাই ম'টৰ বাইক চলাই তীব্ৰ বেগেৰে গৈ আছে। তথাপিতো মোৰ ডাঙৰ ল'ৰাজন যথেষ্ট সাৱধান।

সাৱধান ! মই জানো কম সাৱধান ? বাটেৰে খোজকাঢ়ি গ'লে পৰিবাৰে প্ৰায়েই বিৰক্তি প্ৰকাশ কৰে।

"আৰু নো কিমান দাঁতিৰে যাব লাগে ? ঠাই ক'ত ?"

সকলো ক্ষেত্ৰতে সাৱধান হৈও দুৰ্ঘটনাৰ হাত সাৰিব নোৱাৰি। সম্ভাব্য মৃত্যুৰ কথা ভাবি চিন্তিত হৈ লাভ নাই। মৃত্যুক অগ্ৰাহ্য কৰি চিৰদিন মানুহ জীয়াই থাকিব। কুতুব মিনাৰ চাবলৈ গৈ পঁয়চল্লিশ জন মানুহৰ মৃত্যু হৈছে বুলি ভবিষ্যতে কোনেও কুতুব মিনাৰ চাবলৈ নাযাবনে ? সদ্যহতে পৰিবাৰে কৰমান জাৰি কৰিছে যে আগলৈ মই অকলে ক'তো যাব নোৱাৰো। সেই বুলি এই কথাত তেওঁ লাগি থাকিব নে ?

আচলতে জীৱিত অৱস্থাত প্ৰতি মুহূৰ্ততেহে মানুহ এজন জীয়াই থাকে।

পুৰণি কিতাপৰ আলমাৰীটো খুলিলো। পৰিবাৰে সুধিলে, "কি বিচাৰিছা ?"

"ডেকা কালত কবাচী ভাষা শিকাৰ বৰ হাবিয়াহ আছিল। মুল কবাচী কিতাপ পঢ়াৰ খুব মন গৈছিল। ভাষাটো শিকাৰ

কাৰণে কিছুমান কিতাপো অনাইছিলো। আছে নে নাই?"

"কি কৰিবা?"

"নানা লেঠাত পৰি তেতিয়া শিকিবৰ নহ'ল। এতিয়া আৰু এবাৰ চেষ্টা কৰি চাওঁ।"

"এই বুঢ়া বয়সত ফৰাচী ভাষা শিকিনো কি কৰিবা?"

মই অলপ সময় মনে মনে ৰ'লো। চিন্তা কৰি চালো কেনেকৈ তেওঁক মোৰ মনৰ ভাব বুজাওঁ।

"তেনেকৈ চালে ডেকা কালত শিকিয়েই বা কি লাভ? ডেকা কালতো মানুহ এজন চুকাব পাৰে।"

# ৰুকুণী পলাওঁতে

## যোগেশ দাস

বতাহ লাগিলে খিৰিকিৰ পৰ্দাখন মাজে মাজে ভিতৰলৈ সোমাই আহে। কেতিয়াবা ভিতৰৰ বতাহ বাহিৰলৈ ওলাই গ'লে পৰ্দাখন চৌকাঠ পাৰ হৈ যায়। দুয়ো ৰাৰতে দুয়ো কাষে ফাঁক হৈ পৰে। বাহিৰখনৰ ভালেমান বস্তু চকুত পৰে। ভৱপ্ৰসাদ চৌধুৰীৰ চকুত পৰিছিল, বাৰে বাৰে, বাহিৰৰ অন্যান্য বস্তুতকৈ, বেৰত আউজি থিয় হৈ থকা ৰুকুণীৰ ওপৰত। চৌধুৰীয়ে আজিহে ভালকৈ মন কৰিছে হয় ৰুকুণী বেছ ডাঙৰেই হৈছে। আজিও আগৰ সেই পুৰণা ফ্ৰকটোকে পিন্ধি আছিছে, তথাপি তাইক আজি বহুত ডাঙৰ ডাঙৰ লাগিছে।

তাই কি ভাবিছে ভৱপ্ৰসাদ চৌধুৰীয়ে কব নোৱাৰে। ঠিক আমন-জিমনকৈ থকা নাই। পলাই গৈ যে ধৰা পৰি আকৌ ইয়ালৈকে উভতি আহিবলৈ বাধ্য হৈছে এই নিৰ্ঘাত সত্যটো উপলব্ধি কৰি ৰুকুণীৰ লাজ বা দুখ লাগিছে যেনো দেখা নাযায়। খিৰিকিৰ সিফালে ভিতৰৰ আহল-বহল বাৰান্দা। তাত আৰ্ম-বেঞ্চ এখন পৰা আছে। বেঞ্চখনৰ মূৰত, এইটো শোৱাকোঠাৰ বেৰত, পিঠিৰে ভেজা দি তাই দুৱলৈ চাই আছে। হাত দুখন পিঠিৰ ফালে। ভৰি বিয়াই লৈছে নে নাই কোৱা টান, চৌধুৰীয়ে তাইক লৰচৰ কৰা এবাৰো দেখা নাই। আচৰিত ছোৱালীটো, ক'ৰ এটা অপদস্থ ম'হাৰ লগত পলাই গৈ দুদিন পিছত ধৰা পৰি ঘূৰি আহিছে, এনে এটা প্ৰকাণ্ড ভুল কাম কৰি মাটিতে পৰি মুখ ঢাকি ফেকুৰি ফেকুৰি কান্দি থাকিব লাগিছিল, নাই সেইবিলাক একো নাই, নিৰ্বিকাৰ হৈ থিয় হৈ আছে।

চন্দ্ৰাৱলী চৌধুৰী ৰাজনিয়ৰত : ৰুকুণীৰ অবিহনে আজি দুদিন

নিজেই বজা-বঢ়া কৰিব লগা হৈছে। ৰাজনীতি কৰা মানুহৰ সংসাৰ এনেকুৱাই, কালি যদি মটৰ দৌৰাইছিল, আজি চাইকেল চলাব লগা হৈছে; কালি যদি মানুহেৰে ভৰ গিজগিজাই আছিল—আজি মৰিশালি। নিজে নেৰান্ধিলে ল'ৰা-ছোৱালীবোৰে নোখোৱাকৈয়ে স্কুললৈ যাব লাগিলহেঁতেন, টিফিনো নিব নোৱাৰিলেহেঁতেন। নাই ঘি নাই এহেমৰীও নাই, ভাজি পেলালে। চৌধুৰী অলপ আচৰিত হয় যে ৰুকুণীক পুলিচে ৰাতিপুৱা আঠ বজামানতে চমজাই থৈ গ'ল; এতিয়া এঘাৰ বাজো বাজো; তথাপি চন্দ্ৰাৱলীয়ে তাইক একো কোৱা নাই। বজা-বঢ়া ধোৱা-পখলাৰ গোটেইখিনি জঞ্জাল সুৰ পাতি লব লগাৰ গুৰি এই কুলক্ষণী ৰুকুণী, এই বুলি যে ঠাচ-ঠাচ চৰ লগাই দিয়া নাই, উধাই-মুধাই সাতপুৰুষ উদ্ধাৰ কৰি গালি পৰা নাই, এইটো বৰ আচৰিত কথা। চাকৰ-বাকৰৰ ওপৰত চন্দ্ৰাৱলী চৌধুৰী উঠি-বজা বহিবজা, ঘৰৰ ভিতৰখন তেওঁৰেই চলায়; চৌধুৰী বাহিৰৰ দেশ চলোৱা মানুহ, ভিতৰত হস্তক্ষেপ নকৰে।

চন্দ্ৰাইনো ইমানদৰে কিসোপা ৰান্ধিছে? মাছ নাই, কণী নাই, আলুৰ দাম ২'৮০ পইচা, গেহু শেষ হলে হাহাকাৰ—৪০ টকা দৰত মাছ কেনেকৈ খাব? কণীকিটা ল'ৰা-ছোৱালীকে লাগে—টিফিনত ছানাৰ মিঠায়ো লাগে—ৰজাৰখন জুই নাই লগা বুলিনো চৌধুৰীয়ে কব কেনেকৈ? আচলতে চন্দ্ৰাই বিশেষ একো ৰন্ধা নাই—ৰুকুণীৰ ওপৰত খংটো কেনেকৈ প্ৰকাশ কৰিব তাকে নিশ্চয় গুণাগঁথা কৰি আছে।

ভৱপ্ৰসাদ চৌধুৰীয়ে দীঘলীয়া চিঠি এখনৰ এটা ড্ৰাফ্ট কৰিবলৈ পুৱাৰে পৰা চেষ্টা কৰি আছে। এপেকেট চিগাৰেট ইতিমধ্যেই শেষ—বেয়া অভ্যাস হ'ল, পাৰ্টিৰ মিটিং, অন্তহীন ভ্ৰমণ, ৰাইজৰ লগত কথা-বতৰা, চিগাৰেট নেখালে বিৰক্তি বেছি হয়—এহেমৰী অভ্যাস ঘৰ চলোৱাৰ চিন্তাতে চিগাৰেটৰ মাত্ৰা বেছি হৈ গৈছে। ড্ৰাফ্টটো পোনেই হোৱা নাই। ইংৰাজীত লিখা কথা, প্ৰায়েক কথাবোৰ নাহে,

কষ্টাকে আকৌ লিখিছে, লিখাকে আকৌ কাটিছে, কথাৰ অৰ্থ কোনফালে যায়গৈ কবই নোৱাৰি নহয়, শব্দ-পঙক্তিৰ মাজত নিহিত ওজনটাকেও বুজাই দিব পাৰে—সেই কাৰণেও সময় লাগিছে। প্ৰথমে প্ৰধান মন্ত্ৰীলৈকে লিখাৰ কথা ভাবিছিল। কিন্তু বহুত ভাবিচিন্তি সংশ্লিষ্ট জেনেৰেল ছেক্ৰেটৰীলৈ লিখাৰ সিদ্ধান্ত কৰিলে—পোনচাটেই প্ৰধান মন্ত্ৰীৰ ওচৰ চাপিলে হিতে বিপৰীতো হৈ যাব পাৰে। চৌধুৰীয়ে অন্যান্য কথাৰ মাজত লিখিছে :

"মই মোৰ দুয়োখন মন্ত্ৰীসভাৰে সদস্য আছিলোঁ। দলৰ এজন মন্ত্ৰী হিচাপে মোৰ অভিজ্ঞতা কাতোকৈ কম নহয়। মই দুয়োখন মন্ত্ৰীসভাৰ কাৰ্যকালতে এই ৰাজ্যৰ বহুত অপকৰ্ম চাক্ষুষ কৰিলোঁ। দুৰ্নীতি, স্বজনপ্ৰীতি, ক'লা টকাৰ প্ৰভাৱ আদি ব্যাপক হৈছে। সাম্প্ৰদায়িক তথা ক্ষুদ্ৰ গোষ্ঠীগত স্বাৰ্থৰ কাৰণে প্ৰশাসনে সৰ্বসাধাৰণ প্ৰজাৰ বিশেষ একো উপকাৰ কৰিব পৰা নাই। দৰিদ্ৰ দৰিদ্ৰতৰ হৈ গৈছে, ধনী বেছি ধনী হৈ গৈছে। মই এটা পাৰ্বতীয়া সমষ্টিৰ প্ৰতিনিধি—মানে আছিলোঁ—মোৰ সমষ্টিৰ পাৰ্বতীয়া খেতিয়কৰ অৱস্থা ক্ৰমাৎ বেয়াৰ ফালেহে চাল খাইছে। গৰীবী হটাওঁ, ২০-দফা আঁচনি, পূৰ্বৰ ভূদান ইত্যাদি সত্বেও তাৰ্ত পানী নাই, মাটি নাই, ধান-চাউল নাই, কাম নাই—একো নাই। কেৱল প্ৰশাসনৰ দুৰ্বলতাৰ কাৰণেই এনে হৈছে। সেই দুৰ্বলতাৰ কাৰণ আকৌ উক্ত সাম্প্ৰদায়িক তথা গোষ্ঠীগত স্বাৰ্থ। ইয়াৰ কুফল স্বৰূপে ভোটাৰ ৰাইজ আমাৰ পৰা আঁতৰি যোৱা স্বাভাৱিক। ইয়াৰ পিছত নিৰ্বাচন যেতিয়া হব তেতিয়া আমাৰ দল কিমান দূৰ কৃতকাৰ্য হব কোৱা টান।"

এইখিনি কথা ভালেই হৈছে। ইয়াৰ পিছত কি লিখা যায়? কি নহয়, কেনেকৈ—আচল কথাটো হ'ল দলৰ বৰ্তমান নেতৃবৃন্দক নাতৰালে অৱস্থাৰ উন্নতি হোৱা টান। কিন্তু কথাটো কেনেকৈ উত্থাপন কৰা ভাল হব? চিধাচিধি নেতৃবৃন্দক ওচাওক বুলি লিখিলে নিজৰ কথা কোৱা হয়। তেন্তে কি কৰা যায়? আক' এপেকেট

চিগাৰেট খুলি খুলি ভৱপ্ৰসাদ চৌধুৰীয়ে ভাবিবলৈ ধৰিলে। লগৰ বাকী কিজনৰ লগত আকৌ আলোচনা কৰা ভাল নহ'বনে ?

কিন্তু বাকী কিজনে চৌধুৰীৰ ওপৰতে ভৰসা কৰি আছে। চৌধুৰী মন্ত্ৰী আছিল কাৰণে নেতা। বাকী কিজনে কেৱল দল বৃদ্ধি কৰিছে। তেওঁলোকৰ লিখাত হাতো নাই—এজনেতো ইংৰাজী দুৰৈৰ কথা অসমীয়াকে ভালকৈ লিখিব নোৱাৰে। এনে মানুহক লৈ ৰাজনীতি কৰিব লগা হৈছে। উপায়ো নাই। কিবা এটা নকৰাকৈ বহি থাকিলেও নচলে।

"আহিলাগৈনে আইদেউ ?"

ভৱপ্ৰসাদ চৌধুৰী চক খাই উঠিল—বুকুখনে ধপকৈ মাৰিলে। চন্দ্ৰাৰ মাত। পৰ্দাখনৰ সিফালে বাৰান্দাত। তেওঁ কেতিয়ানো আহি তাতে থিয় হৈছেহি চৌধুৰীয়ে মনেই কৰা নাই। বুকুৰ ধপ-ধপনিটো এনেকৈ হঠাৎ প্ৰায়েই উঠে। উঠিলেই চৌধুৰীয়ে ভাবে তেওঁনো ইমান অলপধতুৱানে ? এনে ধাতুৰেনো তেওঁ দেশ চলাবলৈ গৈছেনে ? কিন্তু প্ৰত্যেক বাৰেই এই আত্ম-ধিক্কাৰটো তেওঁ জোকাৰি মনৰ পৰা পেলাই দিছে। এতিয়াও ধপধপনিটো জোকাৰি পেলোৱাৰ চেষ্টাত নতুন পেকেটৰ চিগাৰেট এটা জ্বলাই লবলৈ ধৰিলে।

আহিলাগৈনে আইদেউ বুলি চন্দ্ৰা চৌধুৰীয়ে কি সুৰত প্ৰশ্ন কৰিলে চৌধুৰীয়ে তৎ ধৰিব নোৱাৰিলে। মৰমেৰে ভালকৈয়ে প্ৰশ্ন কৰিলে, (সেইটো দেখাতেই অসম্ভৱ) নে ঠাট্টাই কৰিলে, চৌধুৰীয়ে ভালকৈ নুশুনিলেই। কিন্তু ৰুকুণীয়ে একো উত্তৰ নিদিলে। তাই মাত্ৰ দূৰলৈ নেচাই এতিয়া তলমূৰ কৰি আছে—চৌধুৰীয়ে পৰ্দাৰ ফাকেদি দেখিলে। চন্দ্ৰাক দেখাই নেযায়, তলৰ চৌকাঠৰ ওপৰেদি অলপ মাত্ৰ গাটো দেখা যায়, গতিকে মুখখন কেনেকুৱা হৈছে একো বুজিব নোৱাৰি।

"ক'ত আছিলিগৈ ?"

"জহৰনগৰত।"

নাই, চন্দ্ৰাৰ মাতটো যথেষ্ট কৰ্কশ। একে কোবতে তুমিৰ পৰা তইলৈ নামিলেই নহয়।

"তাতে শহৰেৰৰ ঘৰ নেকি ?"

এহে, চন্দ্ৰাইতো বেছ কৌতুক কৰিছে! ৰুকুণী নিমাত।

"কি কৰিছিলি ?"

"এনেই আছিলো।"

"কিবা কৰিছিলি ?"

ৰুকুণী নিমাত। ছিঃ ছিঃ, চন্দ্ৰাই কিবোৰ সুধিছে? ছোৱালী জনী ডাঙৰ হৈছে—আমাৰ ইয়াতে ডাঙৰ হৈছে—তাই সকলো বুজি পায়। নুবুজিলে সেই ল'ৰাটোৰ লগত - হক যিমানেই অপগণ্ড—পলাই যায়নে ?

"নেমাত কিয় ঐ ?"

"নাই।"

"নাই ?" লগে লগে ঠাঁচকৰে এক চৰ। চৌধুৰীৰ হাতত চিগাৰেটটো পৰি যাবই ধৰিছিল, তেওঁ কোনোমতে তাক ৰক্ষা কৰিলে, ডেৰ আঙুলমান দীঘল ছাইখিনি মাত্ৰ টেবুলতে পৰি গ'ল। ক্ষন্তেক পিছতে—চৌধুৰী আৰু ৰুকুণীয়ে তকিবই নোৱাৰিলে—সাৰৌপ সাৰৌপ কৰে ছোৱালীজনীৰ গাত বেতৰ কোব পৰিবলৈ ধৰিলে। কোবৰ উপৰি কোব। কোবৰ উপৰি কোব। ৰুকুণী এইবাৰ কান্দি উঠিল। আকৌ কোব, চটপ চটপ, চটপ চটপ। চৌধুৰীৰ বুকু আকৌ ধপ্ধপাবলৈ ধৰিলে। কিন্তু অক্ষম ভূতপূৰ্ব মন্ত্ৰী থম-থমকৈ বহি থাকিল। তেওঁৰ কৰিব পৰা একো নাই। তেওঁ মাত্ৰ বুকুৰ ধপধপনি জোকাৰি পেলাবলৈ আপ্ৰাণ চেষ্টা কৰিলে। ৰুকুণীয়ে হাউ-হাউকৈ কান্দিবলৈ ধৰিলে।

চন্দ্ৰাই বেতডাল ক'ত পালে? ওচৰতে ক'ৰবাত বাঁহ এচটি পৰি আছিল নেকি? নে পাকঘৰৰ পৰাই পিঠিৰ ফালে লুকুৱাই লৈ আহিছিল ?

"কস্তুৰণী !" চটপ । "আমাৰ নাক-কাণ সকলো কটালি ।" সাৰৌপ । "ইফালে বাপেৰে ঘৰত খুৰাব-পিন্ধাব নোৱাৰে । মোৰ পৰা দুশ-তিনিশকৈ নিয়ে থাকে বন্ধকী মোকোলাবলৈ, ধান কিনি-বলৈ, ঔষধ কিনিবলৈ ।" চটপ, সাৰৌপ । "প্ৰথম দিনা কেনেকৈ আহি ওলাইছিলি মনত নাই ? আছেনে নাই মনত ? কেলৈ থাকিব ? খাই পাত ফলাৰ জাত কেলৈ মনত ৰাখিবি ?"

শেষত ভৱপ্ৰসাদ চৌধুৰী উঠিল । আৰু মনে মনে বহি থাকিব নোৱাৰি । তেওঁ এতিয়া মন্ত্ৰী নহব পাৰে, আৰু এইটো এটা দেশৰ সমস্যাও নহব পাৰে, তথাপি হস্তক্ষেপ নকৰিলে নচলে । তিৰোতা মানুহে ডাঙৰ ডাঙৰ কাম কৰিব পাৰে, কিন্তু তেওঁলোকে পৰিণামৰ কথা চিন্তা নকৰে । তেওঁ বাহিৰ ওলাই গ'ল ।

চন্দ্ৰাই ভীষণ ফোঁপাইছে, যেন বৰ ডাঙৰ শাৰীৰিক পৰিশ্ৰম এটা এইমাত্ৰ কৰিলে । হয়, তেওঁৰ হাতত ডেৰহাতমান দীঘল সৰু এচটি বাঁহেই হয়—ফুলৰ পুলি থিয়কৈ দিবলৈ কোনোবাই কাটিছিল হবলা—ডাঙৰ ল'ৰা বুবুলৰ বৰ ফুলৰ চখ ।

ৰুকুণীয়ে মাটিত পৰি ক্ৰেকুৰি ক্ৰেকুৰি কান্দি আছে । হাত দুখন কিলাকুটিৰে ভৰ দি মূৰটো মাজত সুমাই লৈছে, ভৰি দুটা এফলীয়াকৈ পাৰি লৈছে । পিঠিটো চন্দ্ৰাৰ ফোঁপনিৰ দৰেই উঠা-নমা কৰিছে । মাজে মাজে নাক উজুৱাৰ শব্দ উঠিছে ।

চৌধুৰীয়ে চন্দ্ৰাৰ ওচৰলৈ গৈ বাঁহচটি লাহেকৈ নিজৰ হাতলৈ আনিলে । তাৰ পিছত তেওঁ চন্দ্ৰাক পিঠিত হাত এখন দি লাহে লাহে ঠেলি দুৱাৰ মুখলৈ নি শোৱাকোঠালৈ পঠিয়াই দিলে । চন্দ্ৰা চৌধুৰীয়ে আপত্তি নকৰিলে । কিন্তু স্ত্ৰীৰ মুখলৈ চাবলৈ চৌধুৰী ভয় লাগিল । এনেকুৱা উগ্ৰ মুহূৰ্তত চন্দ্ৰাক বৰ কুৰূপ দেখায় ।

চৌধুৰী আহি আৰ্ম-বেঞ্চখনত বহিল—ৰুকুণী পৰি থকাৰ মূৰেই বহিল । তেওঁ একো নকলে । কান্দক, কান্দি লওক । অপৰাধ তাইৰো হৈছে । সেইটো বুজক । এতিয়া আকৌ গালি

পাৰি ৰা ভালকৈ বুজাই একো লাভ নাই। অকৃতজ্ঞ তাই হয়েইতো—চন্দ্ৰাই ঠিকেই কৈছে 'খাই পাত ফলাৰ জাত।'

হলধৰে আনি দিছিল ৰুকুণীক। তেতিয়া বহুত সৰু আছিল। তেনেই ক্ষীণ আছিল—"এসন্ধ্যা কোনোমতে খাই আছে হাৰ," হলধৰে কৈছিল—জন্মৰ পৰা তেনেই নোখোৱাকৈয়ে থকা যেন লাগিছিল তেতিয়া। কাৰোবাৰ সস্তীয়া ৰঙীণ কপাহী মেখেলা কাটি হাতেৰে চিলাই দিয়া এটা ফ্ৰক, তলৰ ডাঠ পেণ্টটো ট-ট কৈ জিলিকি আছিল (পিছত তাই চন্দ্ৰাক আপোচতে জনাইছিল ছটা ল'ৰা-ছোৱালীৰ দুই নম্বৰ ডায়েকটোৰ পেণ্ট সেইটো, টাউনলৈ অহা কাৰণে পিন্ধি আহিব লগাত পৰিছিল), আৰু এখন মলিয়ন গামোছা। কোনোবা অফিচৰ পিয়ন, একে গাৱঁৰে মানুহ হলধৰে তেতিয়া কৈছিল, "হাৰ, ৰুকুণীহঁতৰ মাটি-বাৰী একো নাই, একঠা বস্তিটো মাত্ৰ। আছিল, ভায়েক কেইজন বেলেগ হোৱাত মাটি ভাগ হৈ হৈ এনে হ'ল। ৰুকুণীৰ পিতাকে বেপাৰ কৰিহে ঘৰ চলায়—তামোল, নাৰিকল শাক-পাচলি যি পায় কিনি কিনি হাটত বেচে। ল'ৰা-ছোৱালী বহুত, ভাত দিব নোৱাৰে। আমাৰে অলপ ভাগী হয়। চাই থাকিব নোৱাৰি এইজনীক লৈ আহিছোঁ। আইদেউহঁতে শিকাই-বুজাই লব আৰু। গাৱঁলীয়া ছোৱালী, টাউন আজিহে দেখিলে।"

তিনি বছৰ মানৰ আগৰ কথা সেয়া। ভৱপ্ৰসাদ চৌধুৰী তেতিয়া নতুন এম-এল-এ, মন্ত্ৰী হোৱাই নাই। চন্দ্ৰাৱলী চৌধুৰীৰ বৰ দৰকাৰ হৈছিল কাম কৰা ল'ৰা বা ছোৱালীৰ। তেওঁক উদ্দেশ্য কৰি হলধৰে কথাখিনি কোৱাত চন্দ্ৰাই তেতিয়া কৈছিল, "শিকাই-বুজাই তৈয়াৰ কৰি লওঁমানে ইহঁতৰ যাবৰ হয়েই নহয়। শিকাই একো লাভ নাই বুইছা হলধৰ? তাতে এই একেবাৰে ৰ—আজিহে গাৱঁৰ পৰা ওলাইছে। কিনো কাম কৰিব? এই ছোৱালী পাৰিবিনে নোৱাৰ কামবন কৰিব?"

ৰুকুণী নিমাত, তলমূৰ।

হলধৰে উৎসাহ দিলে, "নক কেলৈ পাৰিম বুজি ?"

তাই তেতিয়া কলে, গুন-নুগুনকৈ, "পাৰিম ।"

একেদৰেই মূৰ গুজি, ভৰি দুটা একটীয়াকৈ মেলি, ৰুকুণী তেতিয়াও ফেকুৰি ফেকুৰি কান্দিয়েই আছে । চৌধুৰীয়ে তাইলৈ চাই আছিল । অস্পষ্টভাৱে তেওঁৰ অলপ বেথা উপজিছিল । হাতৰ কেবা ঠাইতো বাঁহচটিৰ কোবৰ ডাগ স্পষ্ট হৈ পৰিছে । পিঠি আৰু তপিনা-চপিনাতো নিশ্চয় পৰিছে । চন্দ্ৰা ইমান উগ্ৰ নোহোৱা হ'লেই ভাল আছিল । কিন্তু শাস্তি দিয়াটোও উচিত হৈছে । গতিকে প্ৰাক্তন মন্ত্ৰীয়ে কোনো ফালেই মাত মাতিব পৰা নাই ।

"হ'ল আৰু ৰুকুণী," অৱশেষত তেওঁ কলে, "কন্দা বন্ধ কৰ । উঠ ।" লগে লগে ইমান পৰে আপোনা-আপুনি পুৰি গৈ থকা চিগাৰেটটোৰ জুয়ে তেওঁৰ আঙুলি পুৰি দিয়াত তেওঁ উচপ খাই উঠিল । চিগাৰেটটো দলিয়াই পেলাই দিলে । ঠিক সেই মুহূৰ্ততে উঠিবলৈ চেষ্টা কৰা ৰুকুণীও বাগৰি পৰিল । ভৰ ৰাখিব নোৱাৰি নে মাৰ খোৱাৰ বিষত ঠিক বুজিব পৰা নগ'ল । তাই আকৌ আগৰ দৰেই পৰি থাকিল ।

সেই প্ৰথম দিনাও, হলধৰে ছোৱালী গতাই থৈ গুছি যোৱাৰ পিছত, প্ৰায় এনে এটা ঘটনাই হব ধৰিছিল ।

চন্দ্ৰাৱলী চৌধুৰীয়ে প্ৰথমে তাইক ভালকৈ ঘঁহি ঘঁহি ভৰি-হাত ধুই লবলৈ দিলে । তাৰ পিছত পাকঘৰলৈ মাতি নি এযোৰা চুৰা কাঁহী-বাটি কলৰ পাৰলৈ উলিয়াই নি ধুই আনিবলৈ কলে । চৌধুৰী এম-এল-এও সেইদিনা এই বেৰুখনতে বহি কিবা কাগজ-পত্ৰ চাই আছিল । ৰুকুণীয়ে কাঁহী-বাটি সোপা কেকো-জেকোকৈ লৈ ওলাই আহিল । তাই যেন অলপ কঁপিছে । পাকঘৰৰ দুৱাৰদলি পাৰ হৈ তাই কাঁহী-বাটি খিনি এবাৰ নমাই থব খুজি আকৌ ওপৰলৈ তুলি ললে । মন নমনাকৈ চৌধুৰীয়ে দেখি আছিল । এইবাৰ তাই স্পষ্ট-কৈয়ে থৰথৰকৈ কঁপিছে । তেওঁ তীক্ষ্ণ দৃষ্টিৰে চাই পঠিয়ালে ।

সোপাকে পেলাব এতিয়া তাই ! তেওঁ চিঞৰি কলে, "কি হৈছে এই ? থ থ মাটিত থ।"

তাই কাঁহী-বাটি সোপা কোনোমতে নমাই থলে—শেষত এঠেকেচা তথাপি মাৰিলে। চৌধুৰী উঠি আগুৱাই গ'ল। তাই মহা সঙ্কো-চেৰে কুচিমুচি থিয় হৈ ফোঁপাব লাগিছে। তেওঁ সুধিলে, "কি হ'ল দাঙিব নোৱাৰ ? কম কমকৈ দুবাৰত নিনিয় কিয় ?"

"দুদিন ভাত খোৱা নাই। গা কঁপিছে।"

চৌধুৰী ঠাইতে ৰৈ গ'ল। কি কব লাগিব ঠিক কৰিব নোৱাৰিলে। পাকঘৰৰ ভিতৰৰ পৰা সেই সময়তে চন্দ্ৰাও ওলাই আহিছিল। ৰুকুণীৰ স্বীকাৰোক্তি তেওঁও শুনিলে। দুয়ো নীৰৱে চকুৱে চকুৱে চালে। এনে কথা তেওঁলোকে জীৱনত এই প্ৰথম শুনিলে।

সেই দিনা চৌধুৰী এম-এল-এই নহয়, তেওঁৰ স্ত্ৰীয়েহে পৰি-স্থিতিটো চম্ভালিছিল। চন্দ্ৰা চৌধুৰীয়ে বিচলিত নহৈ কলে, "বাচন-খিনি অলপ আঁতৰাই থৈ হাত দুখন ধুই আহগৈ যা। মই কিবা এটা দিওঁ খাই লহি। সেইবোৰ পিছত ধুবি। যদি নোৱাৰ মঞ্চেই ধুম।"

ভৱপ্ৰসাদ চৌধুৰী লাহে লাহে, তাৰ পৰা আঁতৰি আহিছিল। কাগজপত্ৰ সামৰি-সুতৰি ভিতৰৰ ব্ৰীফকেছত ভৰাই থৈ ফ্লিণ্টাৰ জ্বলাই তেওঁ একেবাৰে আগফালৰ বাৰান্দা ওলাইছিলগৈ। ভিতৰৰ এনে পৰিস্থিতি চম্ভালাতকৈ বাহিৰৰ দৃশ্য চাই ভাক পাহৰি থকাই ভাল। তেওঁৰ সমষ্টিটোত যদি এনেকুৱা দুখীয়া মানুহ আছে তেনে-হলে সিহঁতক সহায় কৰাৰ কোনো উপায় তেওঁৰ হাতত নাই। সেইদিনা তাৰ পিছত কি হৈছিল তেওঁ চন্দ্ৰাৰ পৰাহে পিছত জানিছিল।

ঠাণ্ডা ভাত-দালি অলপ আছিল। চন্দ্ৰাই লৰালৰিকৈ যেনেতেনে এটা কেইফালমান কৰি তেলত ভাজি তাৰেই ৰুকুণীক ভাত খাবলৈ

দিলে। তাই খাওঁতে তেওঁ ওচৰতে মূঢ়া এটা পাৰি বহি লাহে লাহে খাবলৈ কৈছিল আৰু ঘৰৰ কথা সুধিছিল। কৈছিল এতিয়া কমকৈ খা, দুদিন নোখোৱাকৈ আছ, বেছিকৈ খাই দিলে অসুখ কৰিব। ৰাতি আকৌ খাবি। ঘৰত খোৱা-বোৱা কৰাত সদায়েই কষ্ট হয় নেকি?

প্ৰায়েই হয়, ককুণীয়ে কৈছিল, পিতাই অকলে বেপাৰ কৰি জোৰা মাৰিব নোৱাৰে। খেতিৰ মাটি নাই। ল'ৰা-ছোৱালী বহুত। (ফেমিলী প্লেনিং, পৰিয়াল কল্যাণ গোলাই গৈছে? —চৌধুৰীৰ মনত প্ৰশ্ন।) দিনটোত এসাজ খোৱাটো সিহঁতৰ ঘৰত বহুত দিনৰ পৰাই হৈছে। মাজে মাজে সেই সাজো নিমিলে। কেবাটাৰো চোলা-পেন নায়েই—মায়ে কাপোৰৰ অভাৱতে ক'লৈকো ফুৰিবলৈ যাব নোৱাৰে। (মাজতে জনতা বস্ত্ৰ ওলাইছিল, কিন্তু কিনে পালেনেকে?) পিতাকে কৈছে তাইক ইয়াত থৈ এটা পেট কমাইছে, তাইৰ দৰমহা পালে দুসাজ বেছিকৈ খাব পাৰিব। (ককুণীৰ দৰমহা কিমান হ'ব? দহ টকা? বিছ টকা? তাৰেই পিতাকে ঘৰৰ সমস্যা সমাধান কৰিব খুজিছে?)

চৌধুৰীয়ে দেখিলে ককুণী এইবাৰ নিজেই পোন হৈ লেপেটি কাঢ়ি বহিছে। অলপ উচুপনিৰ বাহিৰে কন্দাও পাতলিছে। তেওঁ আকৌ ক'লে, "যা উঠ ককুণী। কলৰ পাৰলৈ গৈ মুখ-হাত ধুই লগে।"

তাই লাহেকৈ উঠিল। তেওঁৰ ফালে পিঠি দি থাকি কন্তেক ৰ'ল। নাই, তাই সংযত হৈছে। তাই ডাঙৰ হৈছে হয়, বেছ ডাঙৰ হৈছে। অসংযমৰ ভয়ৰ বয়স। তেওঁলোকে বুজিবই লাগিছিল। হঠাৎ মন্ত্ৰীসভা ভাগি থকাত, বিধান সভাও ভঙ্গ হৈ যোৱাত, সকলো ওলট-পালট হৈ গ'ল। কাৰ কথা কোনে ভাবে?

ককুণী লাহে লাহে পাকঘৰৰ দাঁতিয়েদি পাচফালৰ কলৰ পাৰলৈ গ'লগৈ।

চৌধুৰীয়ে চিঞৰিলে, "হেৰা ভাত খাওঁ ব'লা।"

চন্দ্ৰাৱলী চৌধুৰী ইমান সময় বেডৰুমতে সোমাই আছিল। ৰুকুণীক খং কৰি গালি পাৰি আৰু গাৰ বলেৰে উধাই-মুধাই কোবাই বোধহয় তেওঁৰ দেহ-মন দুয়োটাতে ভাগৰ লাগিছিল। ওলাই আহি তেওঁ পাকঘৰলৈ গ'ল। চৌধুৰীয়ে উঠি ভিতৰলৈ গৈ পাঞ্জাবীটো খুলি থৈ পাকঘৰলৈ গৈ ভাতৰ টেবুলত বহিল। দুয়ো মুখামুখিকৈ খাবলৈ ধৰিলে। চৌধুৰীয়ে ক'লে, "তাইলৈকো দুটামান থৈছানে?"

চন্দ্ৰা চৌধুৰীৰ খং পৰা নাই। "নেলাগে নাটেছুৰীয়ে মোৰ ঘৰত ভাত খাব। লঘোণতে মৰে যদি মৰক, এনেয়েওতো খাবলৈ নেপায়েই আছিল—মোৰ ঘৰত খাই খাই নোদোকা হ'ল— চব পাহৰিলে।"

চন্দ্ৰাইতো বেছ অসমীয়া গালি জানে? চৌধৰীয়ে ইমান দিনে মনেই কৰা নাছিল। কিন্তু এই কথাই কথা নহয়। 'মোৰ ঘৰত', 'মোৰ পৰা' এইবিলাক ইমানকৈ কিয়? অকল চন্দ্ৰাৰ কথাৰেই চলিবনে? তিৰোতা মানুহক বেছি 'ওপৰ হাত' দিলে বিপদ আছে— পৰিণাম চৰিণাম নেচায়। শেষত মোকেই ডুবাব। ৰুকুণীয়ে কি এনে নকৰা কামটো কৰিছে? নৈতিক বিষয়ত জয়প্ৰসাদ বা চন্দ্ৰাৱলী কোনেও কেতিয়াও 'নিয়ম'ৰ বাহিৰলৈ একেবাৰে যোৱা নাইনে? লোকৰ ছোৱালীজনীক আজি ইমান বছৰেতো গেৰাৰি খটুৱাই আহিছেই; কোৱাই কা কৰাৰে পৰা মাজৰাতিলৈকে কাম কৰি থাকিবলৈ দি আহিছেই; এতিয়া লঘোণত মৰিবলৈ দিলে, দেখি থকা মানুহে কি বুলিব? চৌধুৰীৰ বদনাম হব। গাৱঁত এইবোৰ প্ৰচাৰ হলে তেওঁৰ ৰাজনৈতিক জীৱনত ব্যাঘাত জন্মিব।

"হৈছে হৈছে আৰু", মাতলৈ কৰ্তৃত্ব আনি তেওঁ কলে, "কাৰো কথা কোনেও মনত নেৰাখে। গান্ধীকে পাহৰিলে মানুহে, তুমি-মই কোন? তাইকতো পঠিয়াই দিবই লাগিব—কেনেকৈ একো হৈ চৈ, বদনাম-চদনাম নোহোৱাকৈ গতাই দিব পাৰি সেইটোহে চাব লাগিব।

ভাত এসাজ নিদিয়াকৈ গাৰ্ঁলৈ কাৰোবাৰ লগত পঠিয়াই দিলেই লেঠা নমৰে। বৰঞ্চ বিপদ বেছি হোৱাৰহে ভয় আছে। মোৰ পাব্লিক লাইফ এটা আছে—সেইটো নেপাহৰিবা। তাৰ ওপৰতে আমি সকলোৱে নিৰ্ভৰ কৰি আছোঁ। তোমাৰ দুদিনমান কষ্ট হব অৱশ্যে—সহ্য ল'বা এটা বিচাৰিব লাগিব।"

তেওঁৰ গহীনাই টানকৈ কোৱা কথাখিনিৰ ওপৰত চন্দ্ৰাৱলীয়ে একো মন্তব্য নকৰিলে। ভূতপূৰ্ব মন্ত্ৰী বুলি নহয়, ঘৰ এখনত মতা মানুহ এটাৰ ওপৰত নিৰ্ভৰ নকৰিলে নহয়েই, বিশেষকৈ বিয়া সোমাই ল'ৰা-ছোৱালী তুলিবলৈ হলে। তাতে চৌধুৰীয়ে চন্দ্ৰাৰ দুৰ্বল ঠাইতে অজ্ঞাতে আঘাত কৰিলে—ৰুকুণীৰ ওপৰত চন্দ্ৰাৰ ইমান খং প্ৰধানত ঘৰুৱা কামৰ কষ্টৰ কাৰণেহে, প্ৰেমিকৰ লগত পলাই গৈ চৌধুৰী পৰিয়ালৰ নাক-কাণ কটা কাৰণে নহয়। ভোগ আৰু ক্ষমতা বৰ পয়মালৰ বিষয়, মানুহক এইবোৰে বেয়া কৰে। নহলে চন্দ্ৰাৱলী বেছ কাম-বন কৰিব পৰা মধ্যবিত্ত পৰিয়ালৰে জীয়ৰী আছিল।

গতিকে শেষত ভালকৈ গা-পা ধুই লৰলৈ দি—যেন দেহ আৰু মনৰ সকলো মলি গুচুৱাই—ৰুকুণীক ভালকৈয়ে ভাত খাবলৈ দিয়া হ'ল। চৌধুৰী পাচফালৰ বেঞ্চখনতে বহুত পৰলৈ বহি থাকিল। চন্দ্ৰাৰ মনত কিবা শান্তিৰ ভাব আছিল যদিও তাক কাম এটুৱাৰ নোৱাৰিলে। ৰুকুণীয়েও নিজৰ দুষ্কৰ্ম আৰু চৰ-কোব-গালি সকলো পাহৰি আগৰ দৰেই ঘৰৰ বনবোৰ কৰি গ'ল।

ঘৰখনৰ শৃংখলা লাগি অহা যেন পাই চৌধুৰী ভিতৰলৈ গ'ল আৰু জেনেৰেল ছেক্ৰেটৰীলৈ লিখা চিঠিৰ ড্ৰাফ্‌টো লৈ বিছনাত পৰিলগৈ। এতিয়া ওলাই যোৱা ঠিক নহব, ৰুকুণীৰ বিষয়ত চন্দ্ৰাক সম্পূৰ্ণ বিশ্বাস কৰিব নোৱাৰি—একেবাৰে গধূলিকৈ ওলাই যাব আৰু ড্ৰাফ্‌টোৰ শেষ ভোখৰৰ বিষয়ে বাকীসকলৰ সৈতে আলোচনা কৰিব গৈ। ইতিমধ্যে এই শেষ ভোখৰ কেনেকৈ লিখিলে ভাল হয় আকৌ নিজেই এবাৰ ভাবি উলিয়াবলৈ চেষ্টা কৰিলে।

কিন্তু মনটো ড্ৰাফ্‌টৰ পৰা পিছলি বাৰে বাৰে ৰুকুণীৰ ঘটনা-টোলৈহে যাব ধৰিলে। ড্ৰাফ্‌টো বৰ বেছি টান, আৰু ইটো তুলনামূলকভাৱে সহজ, এই কাৰণে? নহয় নহয়, চৌধুৰীৰ মনে জোৰ দি ক'লে, এটাও সহজ নহয়। ৰুকুণী—আচলতে ৰুক্মিণী, কিমান পুৰণা নাম ৰুক্মিণী, আহি আহি আহি ৰুকুণী হৈছেহি—সিহঁতৰ একালৰ ভৰা ঘৰখন আহি আহি আহি লাওলোৱা হোৱাৰ দৰেই। সেই প্ৰথমৰ ভোকত থৰক-বৰক কৰা ৰুকুণী লাহে লাহে স্থিৰ হৈছিল, তাৰ পিছত গাত মঙহ ধৰি পুৰঠ হৈছিল, নতুন নতুন কাপোৰেৰে দেখনিয়াৰ হৈ আহিছিল। ইয়াতে তাইৰ কন্যাকাল হ'ল, চন্দ্ৰাই দুই-চাৰি তিৰোতা মানুহ গোটাই নোৱাই তোলনি পাতি দিলে। তাইৰ দৰিদ্ৰ বেপাৰী পিতাকটো টকা নিবলৈ আহি থাকিল—চন্দ্ৰাই কবৰ দৰে বন্ধকী মোকোলাবলৈ, ধান কিনিবলৈ, ঔষধ কিনিবলৈ—সিহঁতৰ ঘৰখন অলপ পোহৰ হ'ল, ৰুকুণীও পোহৰ হ'ল—তাইৰ মানুহৰ ৰাংচালী, কামে-কাজে পাকৈত ছোৱালীজনী বাহিৰ ওলাই আহিল, তাই ঘৰৰ সকলো কাম কৰিব পৰা হ'ল, বুবুল-নিনাইহঁতৰ জোতা-কাপোৰ, টিফিন-চিফিন ঠিক কৰি দিব পৰা হ'ল, বাইদেউৰ জৰ্দা আৰু ছাৰৰ ফিল্টাৰ আনি দিব পৰা হ'ল—আনকি বজাৰ খনো কৰিব পৰা হ'ল। গাৱঁলৈ মাজে মাজে যায়, কিন্তু ঠিক নিৰ্দিষ্ট দিনতে ঘূৰি আহে—তাই যেন ইয়াতেই মজি গ'ল। বাপেকৰ অৱস্থা এতিয়া ভাল—চৌধুৰীয়ে বেঙ্কৰ লোন এটা লোৱাই দিলে, তাৰে চাইকেল-চকাৰ ঠেলা এখনো ললে আৰু দোকান এখন গাৱঁৰ বাটত দি ডাঙৰটো ল'ৰাক বহুৱাইও দিলে।

তথাপি ৰুকুণী পলাল। তথাপি? চৌধুৰীৰ চিন্তাত আউল লাগি যায়—আৰু লাগে? ইমানেই যথেষ্ট হোৱা নাই? উপযুক্ত বয়সত তাই ভালকৈ বিয়া সোমাই ঘৰ কৰি বহি যাব পাৰিলেহেঁতেন। তাই কিয় এনেকুৱা কৰিলে? ইমানখিনিয়েই তাইৰ কাৰণে যথেষ্ট হোৱা নাই? তাই ইয়াত থাকি ভাল পোৱা নাই? তাইক মুক্তি লাগে নেকি? এই ক্ষেত্ৰতো বাৰ্ণেড জেন্সাৰৰ কথাটো আহে নেকি?

আবেলি ল'ৰা-ছোৱালী কেইটা স্কুলৰ পৰা আহিলত সকলো সলনি হৈ গ'ল। খদমদম লাগিল, খুওৱা-বুওৱা চলিল, ওজৰ-আপত্তি আৰু স্কুলৰ অভিজ্ঞতা বৰ্ণনা শুনিব লগা হ'ল। তাৰ উপৰি ৰুকুণী যে উভতি আহিল এই কথাটো এটা নতুন বিষয়বস্তু হ'ল—বুবুল আৰু নিনাই জানে ৰুকুণী পলাই গৈছিল, গতিকে এতিয়া প্ৰশ্ন হ'ল ক'লৈ গৈছিল? কাৰ লগত, কাৰ তালৈ গৈছিল? কেনেকৈ ঘূৰি আহিল? এইবিলাক প্ৰশ্নৰ উত্তৰ বহুত ফাকি কথাৰে দিব লগা হ'ল। এটা ল'ৰাৰ লগত যে পলাই গৈছিল, আৰু পুলিচে যে তাইক ধৰি আনিছে, এই সত্য কথাটো চৌধুৰী আৰু চন্দ্ৰা দুয়ো নানান ডালপাত জোৰা দি লুকুৱাই ৰাখিবলৈ চেষ্টা কৰিলে। সিহঁতে তাকে মানি ললে। তদুপৰি সিহঁতক সাৱধান কৰি দিয়া হ'ল যেন তাইক এই বিষয়ে সিহঁতে একোকে নোসোধে—তাই লাজ পাব।

গধূলিৰ আগে আগে হঠাৎ ৰুকুণীৰ বাপেক্ ওলালহি। জীয়েকৰ কথাটো হেনো কাৰোবাৰ মুখত আজি বজাৰতে শুনিলে। গতিকে লৰালৰিকৈ আহিল। গোটেই ঘটনাটো শুনি মানুহটোৱে সিদ্ধান্ত দিলে যে ছোৱালীজনীক কাইলৈ ঘৰলৈকে লৈ যাব। ইয়াত আৰু নাৰাখে। ঘৰখনে এতিয়া চলিব পৰা হৈছেগৈ, গতিকে ৰুকুণীক বাহিৰত নেৰাখিলেও চলে। বাপেক আজি পিয়নৰ কাম কৰা খুল-শালীয়েকৰ লগত থাকিব, ৰাতিপুৱা আহি ৰুকুণীক লৈ যাব।

বিৰক্ত আৰু ক্লান্ত হৈ ভৱ চৌধুৰী গধূলি ওলাই গ'ল। কিন্তু লগৰ মানুহ এজনকো ঘৰত লগ নেপালেগৈ। ড্ৰাফ্টৰ বিষয়ে আৰু আলোচনা কৰা নহ'ল। বেছি বিৰক্ত আৰু ক্লান্ত হৈ ৰাতি তেওঁ ঘূৰি আহিল। চবেই নিজক লৈ ব্যস্ত। ৰুকুণীৰ বাপেকৰো আজি ফুটনি হোৱা যেন লাগিল—ছোৱালী আৰু ইয়াত নথয় বোলে—অলপ অৱস্থা ভাল হৈ তেল বাঢ়িছে। চৌধুৰী আৰু চন্দ্ৰাই সিদ্ধান্ত কৰিলে যে এইদৰে সহজে আপদ খণ্ডিল ভালেই হ'ল। দুয়ো খাই বৈ স্বস্তিৰ নিশ্বাস পেলাই শুই থাকিলগৈ।

ৰাতিপুৱা শুই উঠি দেখিলে ৰুকুণী নাই। ৰাতিয়ে আকৌ পলাল।

চৌধুৰীয়ে চৌহদৰে ইফালে-সিফালে চাই আহি ভিতৰলৈ গৈ ড্ৰাফ্টটো চিৰাচিৰকৈ ফালি পেলালে।

## প্ৰায়শ্চিত্ত

শ্ৰীঅতুলানন্দ গোস্বামী

এস্‌ এক্সাৰ হলেই নেকি । কথাটো মনেই কৰিব পৰা নাছিল তনিমাই অতপৰে । কিমান পৰ হ'ল বাৰু ? কিমান সময় হ'ল ? হাতত থকা ঘড়ীটো চাবলৈ লৈ চকু পৰিল তেজৰ টোপালটোত প্ৰথমে । কাঁচৰ ওপৰত কেনেবাকৈ পৰা তেজ টোপালে ডায়েলখনৰ এফালমান ঢাকি থৈছে । তেজকণ শুকাই কৰাল মাৰি ধৰিছে । কিন্তু তাতকৈও অসুবিধা কৰিছে কম হৈ অহা পোহৰে । আচৰিত কেই মুহূৰ্তমানহে যেন লগা কামটো কৰা ইমান সময় হ'লনে ?

বিজু এয়া নিথৰ হৈ পৰি আছে । চকু দুটা আধা মুদা । বগা অংশ অলপ দেখা যায় । মুখখন জাপ খাই আছে । গালখন যেন অলপ ফুলাই থৈছে । ডিঙিৰ তেজবোৰো শুকাই কৰাল মাৰিছে । বিছনা চাদৰতে গোটখাই থকা থোপাটোও টান হৈ যোৱা যেন লাগিছে । বাওঁহাতখন কেনেবাকৈ পেটৰ ওপৰত পৰিলহি । নিশ্চয় প্ৰথম ধৰফৰণিতে, প্ৰথমবাৰ হাত-ভৰি আচাৰোঁতেই তেনে হ'ল । নহলে, শুই থাকোতে এই হাতখন পিঠিফালে দি থোৱা আছিল । পাতল, পাটৰ ফুলাম লুঙীখনে বিজুৰ কৰঙণ দুটাৰ পেশীবোৰ যেন বেছি স্পষ্টকৈ তুলি ধৰিছে । বনিয়নটো হাতকটা, বুকুৰ এফালে তেজেৰে ৰঙা হৈ পৰিছে ।

এ দেহি, এতিয়াহে চকুত পৰিল তনিমাৰ । সোঁহাতৰ কিলা-কুটিৰ কাষৰ কোমল অংশতো এটা ঘাপ পৰিল কেনেবাকৈ । বজাৰত কাছি থোৱা বৰালী মাছৰ দৰে ঘা ভোৰ্খৰে হাঁ কৈ মুখ মেলি আছে । বগা মঙহ ওলাই পৰিছে । তাৰ পৰা ওলোৱা তেজ গোট মাৰি প'ল ।

তনিমাই চায়ে আছে । কিন্তু একো দেখা নাইনে ? কোনো অনুভূতিয়ে মনটো পৰশা নাই কিয় ? কেনেকৈ সম্ভৱ হ'ল এই হেন

কাণ্ডটো ? কামটো সঁচাকৈ তনিমায়ে কৰিলেনে ? এইজনী তনিমাই ? যোৱা প্ৰায় এমাহ ধৰি খিজনী তনিমাই উদ্দাম উল্লাসেৰে, এজনী পখিলাৰ দৰে এই বিজিতৰ লগত উৰি ফুৰিছিল, মদগজ বিজিতৰ সুঠাম বাহুৰ বান্ধোনত নিজকে হেৰুৱাই খিজনী তনিমাই দিন-ৰাতিৰ প্ৰভেদ পাহৰি পেলাইছিল ! সুন্দৰ, সুশ্ৰী বিজুৰ ধেমেলীয়া কথাই খিজনী তনিমাক চিলা উৰুৱাদি উৰাই লৈ ফুৰিছিল, সেইজনীয়েই এই কাম কৰিব পাৰিলেনে ?

বিজুৰ গাৰ বৰণটো এতিয়া শেঁতা হৈ পৰিল। প্ৰথম খিদিনা দুয়ো নিবিড়ভাৱে ওচৰ চাপিছিল, তনিমাই বিজুৰ গালত আঙুলি এটা বুলাই ধেমালিতে কৈছিল—"ব'বা তোমাৰ গালৰ ৰং অকণমান ময়ো সানি লওঁ।" উত্তৰ নিদি বিজিতে তনিমাক সাৱটি ধৰিছিল।

সেইটো পাঠান চেহেৰাৰ বিজু এয়া নিস্পন্দ হৈ শুই আছে। বাওঁ হাতখন অলস ভাৱে পেটৰ ওপৰত পৰি আছে। দুপৰীয়া শুই থাকোঁতে সোঁহাতখন মুখৰ তলত দি থৈছিল। সেইখন এতিয়াও প্ৰায় একে ঠাইতে আছে। পিছে সেইখন হাতৰ ঠাৰিত খাপ পৰিল কেনেকৈ ?

কেনেকৈ তনিমাৰ মনত নাই। প্ৰথম ঘাপটো পৰাৰ পিছতে "কেঁৎ" কৈ এটা শব্দ ওলাইছিল বিজুৰ মুখৰ পৰা। তাতে চক খাই ওপৰা-ওপৰিকৈ কেবা ঘাপো মাৰি দিছিল তনিমাই। চোকা খুকুৰীখনে অ'ত ত'ত নিজৰ কামোৰৰ দাগ থৈ গ'ল। তনিমাই ডিভিৰ প্ৰথম কোবটোৰ কথাহে মনত পেলাব পাৰিছে।

কালি ৰাতিয়েই বোধকৰো কিবা এটা হ'ল। চেকেণ্ড শ্ব' চিনেমা চাই, হোটেলত খাই বৈ আহোঁতে এনেয়ে বহুত ৰাতি হৈছিল। বিজুৰ দেহ-মনলৈ ভেতিয়া সক্ৰিয়া আহিছেহে। আদিম, আৱশ্যক হৈ কৰা উৎপাতৰ বাবে আৰু বেছি হৈ গ'ল ৰাতি। তথাপি, আচম্বিতভাৱে অতি সোনকালে সাৰ পালে তনিমাই। আৰু সেইবাবেই নে কি, চকু মেলি দেখা কোঠাটোৰ পৰিৱেশটো হঠাৎ যেন আচহুৱা যেন

লাগি গ'ল। বিশৃঙ্খল হৈ থকা কাপোৰ-কানি, মাটিত পেলাই থোৱা নিজৰ ব্লাউজ, পেটিকোট আদি সকু কাপোৰবোৰ, চকীৰ পৰা পিছল খাই মাটিত পৰা বিজুৰ টেৰিলীণৰ ছাৰ্টটো, বেৰৰ কাষত থোৱা চকীখনৰ ওপৰত মেল খাই থকা চুটকেছটো. এই আটাইবোৰ কিবা অচিনাকি অচিনাকি যেন লাগি গ'ল তনিমাৰ !

কিবা এটা অচিন শঙ্কাত, এক অজান ভয়ত এখন্তেকলৈ মনটো কঁপি উঠিল। হেচুকি বিজুক জগাই দিলে। কেঁচা টোপনি ভগা বিজিতে চকু দুটা মোহাৰি মোহাৰি সুধিলে—"কিনো হ'ল ?" তনিমা নতুনকৈ অবাক হ'ল এইবাৰ। এৰাতো। কিনো হ'ল। মুখলৈ হাঁহি এটা আনি ক'লে "উঠা আক, কিমাননো শুই থাকা ?"

বিজুৱে অলপ গোৰগোৰালে যদিও উঠিলে। ইমান সোনকালে এনেয়েও ৰাতি নুপুৱায় তেওঁৰ বাবে। এতিয়াৰ কথাই বেলেগ। তাক বেলেগ বেলেগ মাতেৰে, ইঙ্গিতেৰে কৈ আছিল। তনিমাই কিন্তু শুনিও নুশুনা যেন লাগিল তেতিয়া বিজুৰ কথাবোৰ। কাৰণ, তেতিয়াও তেওঁৰ কাণত বৈ বৈ বাজি আছিল কালি ৰাতি চিনেমা চাবলৈ যাওঁতে বাটতে পাই যোৱা এজুম মানুহৰ মাজৰ কোনোবা এজনী ছোৱালীৰ মাতটো। ঠিক মানিব মাতটোৰ দৰে। হাঁহি-খিকিন্দালি কৰি, অবাস্তৱ আলোচনাৰে বাটত খলক লগাই নিশ্চয় ঘৰমুৱা হোৱা সেই জুমটোৰে কোনোবা এজনী ছোৱালীৰ মাত কথাবোৰ ঠিক মানিব দৰে। কোন জনী তনিমাই ধৰিব নোৱাৰিলে। তাৰে কোনোবা এজনীৰ।

মনৰ মাজত থকা হাজাৰ তন্ত্ৰীৰ কোনোবা এডালত কিবা বিজুতি লাগিল। চিন্তাত, কথাত, কামত আউল লগা যেন লাগিল তনিমাৰ। সেইবোৰ বিজিতে ভালদৰে মন কৰিব নোৱাৰিলে।

বন্দবস্ত কৰি থোৱামতেই [illegible] চাহৰ দোকানৰ লৰাটোৱে ৰাতিপুৱাৰ চাহ-জলপান দি থৈ গ'লহি। সি মুৰি আহি বাচনবোৰ লৈ যোৱাৰ আগতে বিজিত আকৌ বিছনাত পৰিল, লগে লগে

টোপনিও গ'ল ।

দোকানৰ ল'ৰাটোৱে আনি দিয়া পাণখন খাই তনিমা বাৰান্দালৈ ওলাই আহিল । আহিয়েই মন কৰিলে বাটেদি অহা যোৱা কৰা নানা তৰহৰ মানুহৰ মাজত একো একোটা স্কুলীয়া ল'ৰা-ছোৱালীও ওলাইছে । ক্ৰমে তেনে ল'ৰা-ছোৱালীৰ সংখ্যা বাঢ়িবলৈ ধৰিলে । তনিমাই বাৰাণ্ডাৰ ৰেলিঙত ধৰি থিয় হৈ থাকিল ।

ইউনিফৰ্ম পিন্ধি যোৱা ল'ৰা-ছোৱালীৰ সৰু সৰু দলবোৰলৈ চাই ভাল লাগে তনিমাৰ । তাকে চাই আছিল । হঠাৎ বুকুখন ধক্কৈ এখন্তেকলৈ বৈ যোৱা যেন লাগিল ! সেইজনী, সেইজনী দেখোন মানি ! দলটো পাৰ হৈ গ'ল । পিছফালৰ পৰা, আকাশী নীলা স্কাৰ্টটোৰে, গলধনলৈকে সেওঁতা ফালি দুডাল বেণী গাঠি, ৰঙা ফিটাৰে বন্ধা, ক'লা জোতা, এপাত ওপৰ, এপাত খহি পৰা মোজাৰে অবিকল মানি ! ৰেলিঙত হাত দি এখোজ আগুৱাই গ'ল তনিমা ।

কেনেকৈ হ'ব পাৰে ? গুৱাহাটীৰ চেনিকুঠিৰ পৰা মানি আহি হাজাৰ মাইল দূৰৰ এইখন নগৰৰ স্কুলীয়া ছোৱালীৰ মাজত কেনেকৈ সোমাবহি পাৰে ? আচৰিত !

হাতৰ ঘড়ীটোলৈ চালে এবাৰ তনিমাই । ন বাজো বাজো । ঠিক এইকণ সময়তে ঘৰত হুলস্থুলখন লাগে । মানিৰ চিঞৰ-বাখৰেই আটাইতকৈ বেছি হয় । স্কাৰ্টটোত ইস্ত্ৰী নকৰাটো তাইৰ তেতিয়াহে চকুত পৰে । জোতাযোৰ ? এপাত বিচাৰি পোৱা নাই । কেতিয়াবা মোজা দুযোৰৰ দুপাত পিন্ধিয়ে পেলায়, মাকে দেখুৱাই দিলেহে হয় । ভায়েক মণ্টু কিন্তু তাইতকৈ ধীৰ । তাৰ বস্তু প্ৰায় ঠিকেই থাকে । তাৰ কথাবোৰ গহীন, গম্ভীৰ । যেন অষ্টম শ্ৰেণীত পঢ়া ল'ৰা তেনেই হ'ব লাগে । অথচ তাতকৈ দুশ্ৰেণী ওপৰত পঢ়া বায়েকজনী অছিৰ । বস্তুবোৰ ক'ত কেনেকৈ পেলায় হুচ নাথাকে । সেইবোৰৰ মাজেৰেই সিহঁত স্কুললৈ ওলায় আৰু এওঁ বাথৰুমলৈ সোমায় ।

ঠিক যেন এখন ধৰা বন্ধা দৈনন্দিন আঁচনিহে !

এই মুহূৰ্ত্তত মানিয়ে চাগৈ ঘূৰাই পকাই স্কাৰ্টটো পিন্ধিছে ! বগা ছাৰ্টৰ বুটাম কেউটা আছে নে নাই ঠিক নাই। কিতাপ-বহী-বোৰ সামৰি থৈছে ঠিক আগে আগে। মণ্টু ভাতৰ পাতত বহিবলৈ পায়। তাৰ আগ কথাবোৰ।

কিন্তু হয় জানো ? আজি সিহঁতে একেই ব্যস্ততাৰে সেইবোৰ কাম কৰিছেনে চাগৈ ? পাৰিছেনে কৰিব ? সিহঁতৰ কাম-কাজতো ছেদ পৰা নাইনে বাৰু ?

কি কৰিছে বাৰু সিহঁতে এতিয়া ? সিহঁতৰ পঢ়া-শুনা, স্কুল, এওঁৰ অফিচ, বজাৰ-সমাৰ সকলোবোৰ একে গতিৰে চলিছে জানো ? আবেলিৰ খেলা-ধূলা, মানিৰ লগবোৰ, ঘৰৰ বন্ধা-বঢ়া, ধোৱা-পখলা এই এশ-এবুৰি কথাত আউল নলগাকৈ আছেনে চাগৈ ! তনিমা গুছি অহাৰ পিছত কোনে চম্ভালিছে চাগৈ সেইবোৰ !

গুছি অহাৰ পিছত ! সচাঁকৈ তনিমা গুছিয়েই আহিল !

উভতি যোৱাৰ উপায় নাই। ঘূৰি যোৱাৰ বাট নাই। কেনেকৈ সম্ভৱ হ'ল কথাটো ! কি বিচাৰি, কিহৰ মায়াত তনিমা এইদৰে এইখিনি পালেহি ? আগতে ভবাতো নাছিলেই, এতিয়াও ভাবি ওৰ পোৱা নাই। কলৈ আহি আছে তনিমা ? বাট কেনি, শেষেই বা ক'ত ?

ঘৰৰ আগেদিয়ে বিজিত সদায় কামলৈ যায়। মানি-মণ্টুহঁতৰ মৰমৰ বিজুমা ! আবেলি সদায় এপাক সোমাই যায়। মানিহঁতৰ লগত কিছু সময় কেৰম খেলে। সকলোৰে লগত হাঁহি-ধেমালি কৰি কথা পাতে, জোকায়, চাহ খায়। সেইটো বিজুৱেই কোনোবা এটা সময়ত তনিমালৈ অকণমান বেলেগে চাইছিল। সুন্দৰ চেহেৰাৰ, সুঠাম দেহাৰ বিজিতৰ সেই চাৱনিত আছিল সেই এৰাব নোৱাৰা আহ্বান।

এটা অজান তাড়নাই বিজিতৰ সেই আহ্বানত সহঁাৰি দিবলৈ তনিমাক হেঁচা দিলে। তনিমাৰ মনৰ চকুৱে একো নেদেখা হৈ গ'ল।

আৰু, এটা আকস্মিক সিদ্ধান্তৰ পৰিণতি হিচাপে এয়া বিজু আৰু তনিমা এইখন নগৰৰ এটা ভাড়া কৰা কোঠাত সোমাই আছেহি।

প্ৰায় এমাহ দিন কেনি গুছি গ'ল এজনেও ক'ব নোৱাৰে। এই এমাহ তেওঁলোক ক'ত, কেনেকৈ আছিল মনত নাই। উদ্দাম উচ্ছৃংখলতাই তেওঁলোকৰ একমাত্ৰ কালযাপনৰ লক্ষ্য হৈ পৰিছিল। সৰহখিনি সময় বন্ধ কোঠাৰ ভিতৰত সোমাই আদিম আৰু বন্য হৈ থকাটোৱেই তেওঁলোকৰ কাম আছিল। ইয়াৰ পিছত কি হ'ব, সেই চিন্তা এখন্তেকলৈকো কাৰো মনলৈ অহা নাছিল। ইয়াৰ আগতে কি আছিল, সেই কথাও দুয়ো প্ৰায় পাহৰি পেলাইছিল।

কিন্তু নহয়, হঠাৎ তনিমাক হেঁচুকি সচেতন কৰি দিলে কালি ৰাতি শুনা সেই অচিনাকি ছোৱালীজনীৰ মাতটোৱে। আৰু কিবা এক অদৃশ্য মায়াই আজিও সচকিত কৰি দিলে, পিছফালৰ পৰা, মানি মানি যেন লগা সেই স্কুলীয়া ছোৱালীজনীয়ে।

এইকোলৈকে ভ্ৰূক্ষেপ নকৰি, আগপাছ নুগুণি, এটা মুহূৰ্তৰ সিদ্ধান্তত, এৰি থৈ অহা ঘৰখন এতিয়া কি পৰিবেশত থাকিব পাৰে তনিমাই ভাবিবলৈ চেষ্টা কৰিলে।

হাঁহি-মাতি ঘৰখন উজলাই থকা মানিয়ে হাঁহিছেনে? তাইতো ডাঙৰ ছোৱালী। তাই নিশ্চয় বুজিব পাৰিছে তনিমাই কিহৰ বাবে ঘৰ এৰি ওলাই আহিছে! কি ধাৰণা হৈছে চাগৈ তাইৰ এতিয়া মাকৰ প্ৰতি? তাইঁতৰ মৰমৰ বিজু মামাৰ প্ৰতি?

মণ্টুৱে এনেয়ে কথা কম কয়। এই কেইদিন সি কি কৰিছে বাৰু?

আৰু এওঁ? লাঞ্ছনাই পুৰি নাইকিয়া কৰি পেলালে চাগৈ দেহি! অফিচলৈ যাব পৰা নাই নিশ্চয়। কিন্তু আটাইতকৈ ডাঙৰ কথা, পথুলি ভাত খাওঁতে একেলগে বহিব লগা হওঁতে, তিনিও কি কৰে? আনকাল সেইকণ সময়েই একান্ত লোভনীয় যেনটো প্ৰাণীৰ বাবে। কি খায় খবৰ নাথাকে, কিন্তু একেখন মেজতে গোটেই পৰিয়াল বহি ভাত খাওঁতে, আৰ বাটিৰ মাছ একণ, তাৰ তৰাল

আজি এচকল থপিয়াই থোৱা আনন্দৰ লেশো নাইকিয়া হৈ গ'ল চাগে। বাপেক-জীয়েক মুখামুখিয়েই হোৱা নাই নিশ্চয়!

চাৰিটা প্ৰাণীৰ সেই সোণৰ সংসাৰখনত তনিমাই জুই লগাই থৈ গুচি আহিল। আৰু আহিল এনেদৰে, যে ঘূৰি গৈ সেই জুই নুমাবৰ, সেইখন ভগা সংসাৰ যোৰা লগাবৰ কাৰো সাধ্য নাই। এক অদম্য বাসনাই, এটা মুহূৰ্ত্তৰ আকস্মিক প্ৰেৰণাই তনিমাক যেন চুলিত ধৰি চোঁচোৰাই ঘৰৰ পৰা উলিয়াই লৈ আহিল।

কালি হঠাৎ মানিৰ মাত যেন লগা মাতষাৰ শুনিহে তনিমাৰ চেতনা হ'ল, এৰি অহা ঘৰখনতকৈ তেওঁৰ খন্তেকীয়া বাসনা ডাঙৰ নহয়। উদগ্ৰ কামনাই চকু-মন ঢাকি ধৰি যোৱা এমাহ গতিয়াই লৈ ফুৰিছে। এতিয়া দেহাৰ জুই স্তিমিত হৈ গ'ল। মনত পৰিল, তনিমাই এখন মনোৰম ফুলনি গছকি মোহাৰি থৈ যেন [illegible] ইচ্ছাৰে বোকাত নামি খোজ দিছেহি!

আপোন ইচ্ছাৰে হয় জানো? তনিমাৰ মনত এডাল ফাঁচ লগাই দি এই বিজুৱে টানি থকা নাছিলনে? বিজুৰ নিজৰ কোনো বান্ধোন নাই। উচ্ছৃংখলতাই বিজুক ক'তো কুঁৱাত পেলাব নোৱাৰে। কিন্তু তনিমাক? বিজুৰ মোহ ভাগিলে, সচ্ছন্দে সমাজলৈ ঘূৰি গৈ আকৌ বুকু ফিন্দাই ঠিকাৰ কামত লাগিবগৈ পাৰিব। কিন্তু তনিমাই? বিজুৱে হাঁহি মাৰি নিজৰ জীৱনৰ এই এটা খন্তেকীয়া অভিজ্ঞতাৰ কথা বন্ধু-বান্ধৱৰ আগত ক'ব পাৰিব। কিন্তু তনিমাই? তনিমাক ঘৰখনে গ্ৰহণ কৰিবনে? মানিয়ে মানি লবনে মাকৰ প্ৰত্যাবৰ্ত্তনক। মণ্টুৱে?

তনিমাই মানিক সজাই পৰাই স্কুললৈ উলিয়াই দিয়াৰ পিছত প্ৰায়েই আক্ষেপ কৰিছিল, তাইক বিয়া দিব কেনেকৈ! মানিক উলিয়াই দি দুয়ো মাক-বাপেক কেনেকৈ থিৰ হৈ থাকিব সেই অনাগত অথচ দুৰ্বিসহ বেদনাৰ কথা কল্পনা কৰি, দুয়ো প্ৰায় একেলগে শিয়ৰি উঠিছিল আৰু সেইদৰেই দুয়োৱে নিবিড়, মধুৰ চেতনাক প্ৰকাশ কৰিছিল।

আৰু আজি ? এই এমাহৰ অনুপস্থিতিয়ে সেইখন ঘৰ কি কৰি পেলালে ? কিহৰ আহ্বানত সহঁাৰি দিবলৈ গৈ তনিমাই সেইছেন ঘৰ এখন চুৰমাৰ কৰি থৈ আহিল ? ওচৰ চুবুৰীয়া, বংশ-পৰিয়াল, আত্মীয়-স্বজন সকলোৰে চকুত দেখদেখকৈ এই সময়ত অপৰিসীম ঘৃণা প্ৰকাশিত হৈ পৰিছে । সেইবোৰ চকুৰ পৰা আঁতৰত থাকি অসহ্য অপমানৰ হাত সাৰিবলৈ মানি, মণ্টু আৰু সিহঁতৰ দেউতাকে কৰিব লগা হোৱা আপ্ৰাণ প্ৰচেষ্টা যেন তনিমাই মনতে অতি স্ফুটফুটীয়াকৈ দেখিবলৈ পাইছে !

কোনো দোষ নকৰাকৈ সেই দুৰ্বহ বোজা ববলৈ বাধ্য কৰোৱা বাবে হঠাতে তনিমাই দায়ী কৰি পেলালে বিজিতক ।

সময় পাৰ হৈ গৈছে । কোনোবা এসময়ত দুয়ো ওলাই গৈ হোটেল এখনত খাই-বৈ আহিলগৈ । আকৌ বিজুৱে এবাৰ টনা-আজোৰা কৰি, কাপোৰ-কানি খুলি তনিমাক ব্যতিব্যস্ত কৰি তুলিলে । তনিমাই কিন্তু সেইবোৰত অলপো আগ্ৰহ দেখুৱাব নোৱাৰিলে । অথচ স্পষ্টভাৱে বাধা দিবলৈকো মনৰ পৰা কোনো ধৰণে বল নাপালে । বিজুৱে হয়তো এপলকম বাবে লক্ষ্য কৰিছিল কথাটো । পাহৰি পেলালে ।

তেওঁ বাগৰ সলাই টোপনি গ'ল । কাতি হৈ নিশ্চিন্ত মনে শুই থকা বিজুলৈ একেথৰে চাই থাকি এবাৰ চক্ খাই উঠিল তনিমা । বিজুৰ গাৰ ছালত এইবোৰ বাকলি নহয়নে ? সাপৰ ছালৰ দৰে ? বিজুৱে যেন এইমাত্ৰ বিৰাট বিষাক্ত সাপ এটাৰ মোট সলাই তনিমাৰ সন্মুখত নিথৰ হৈ পৰি আছে ।

যেহ । চকু দুটা মোহাৰি ললে তনিমাই । কিন্তু নিশ্চিন্ত মনেৰে, নিতাল মাৰি টোপনি গৈছে । ৰাতি আকৌ কৰিব লগা অত্যাচাৰৰ বাবে শক্তি সঞ্চয় কৰিছে । জিৰাইছে ।

তনিমাৰ মনটো কিন্তু আলোড়িত হৈ উঠিল । বিজুৱেই জানো তেওঁৰ জীৱনলৈ এই চৰম সৰ্বনাশ মাতি অনা নাই ? বিজুৰ স্বাৰ্থত ? কি দিব বিজুৱে তনিমাক ? এই এমাহ যোৱা জীৱনটো

কি সাঁচ বৈ গ'ল তনিমাৰ ? কি বিশেষ প্ৰতিশ্ৰুতি পালে ভবিষ্যতৰ ?

ভবিষ্যৎ ? এক অতল, অন্ধকাৰ গুহা যেন লাগিল তনিমাৰ নিজৰ ভবিষ্যৎটো। সেই গুহাৰ মুখতে, নিজকে এক অসহায় ক্ষুদ্ৰজীৱ যেন লাগিল। পিছলৈ চাবৰ উপায় নাই। বিজুৰ সবল, সুঠাম দুই বাহুৰে তনিমাক কেৱল সেই আন্ধাৰৰ ফালেহে ঠেলি দিছে। মুখখন ঘূৰাবৰো যেন সাধ্য নাই আৰু।

এবাৰ থিয় হ'ল তনিমা। বেৰৰ কাষত থকা খোলা ছুটকেছ-টোৰ ওচৰলৈ গ'ল। হাত ভৰাই তলৰ পৰা খুকুৰীখন উলিয়াই আনিলে। দাৰ্জিলিঙত, বস্তুটো ভাল দেখি, খুব যেন ধাৰৰ সেই খুকুৰীখন এইবাৰেই বিজিতে কিনি লৈছিল, ষাঠি টকা দি! ঠিকাৰ কামত অলৈ-তলৈ গ'লে, লগত লৈ যাবলৈ ভাল বোলে।

খাপটোৰ পৰা উলিয়াই মন কৰিলে তনিমাই, বেছ গধুৰ খুকুৰী খন। নালটোত বন কৰা আছে। সিও পিছে চুটি। তাতে দুইখন হাতেৰে খামুচি ধৰিলে।

পাৰিবনে ? পাৰিব। এদিন তনিমাই চেনিকুঠিৰ ঘৰটোৰ আগফালে বাৰান্দাৰ কাষত বোৱা ৰ'ংগেনভিলিয়া এজোপাৰ ডাল এটা ভোটা দা এখনেৰে দহ কি পোন্ধৰ ঘাপত কাটি পেলাইছিল। ডাল-টোৰ পাত বাৰান্দাৰ ভিতৰলৈ বগাই আহিছিল। সেইখন বাৰান্দাতে মানিহঁতে কেৰম খেলে। এদিন এই ডালটোৰ পৰা গাত বিছা বগাই তাইৰ গাল, বাউসী, গলধনত ডাকি তেনেই উখহাই পেলাইছিল। মানিৰ যাতনা দেখি তনিমাই লগে লগে ঠিক কৰিছিল সেই লতা-ডালৰ ভিতৰ সোমোৱা ডালটো কাটি পেলাব। আৰু লগে লগে ভিতৰৰ পৰা ধাৰ নথকা দাখন আনি দুই হাতেৰে খামুচি ধৰি ডালটোৰ এঠাইত দহ কি পোন্ধৰ ঘাপ মাৰি কাটি পেলাইছিল।

সোঁহাতৰ তলুৱাত গাল থৈ বিজু সোঁ কাটি হৈ শুই আছে। কুজাম চিৰ্কৰ লুঙী এখন পিন্ধা। গাত হাত কটা বনিয়ান। বুকুৰ নোমবোৰ ওলাই আছে। বাওঁহাতখন এটা অদ্ভুত ভংগীত পিছফালে পৰি আছে। ডিঙিটো মুকলি। তেজপোৱা গাত দুই-এডাল শকত

সিৰ নীলা হৈ জিলিকি আছে। ডিঙিৰো এডাল। সেইডালেদিও নিশ্চয় এই কেইদিন তনিমাৰ তেজ উতলাই থকা তেজবোৰো বৈ আছে।

দুই হাতেৰে খামুচি ধৰা খুকুৰীখন মূৰৰ ওপৰলৈ দাঙি ধৰি গাৰ সমগ্ৰ শক্তিৰে প্ৰথম ঘাপটো মাৰি দিলে, ঠিক সেই সিৰডাল ছিগক বুলি। বিজু সাৰ পাই উঠিল চাগে। চকু দুটা অবাক বিস্ময়ত এবাৰ মেল খায়েই আকৌ জাপ গ'ল। মুখৰ পৰা কেঁটকেঁ কিবা মাত এটা ওলাল। বাগৰ সলোৱা যেন কৈ ভৰি-হাত কেইটা আচাৰিলে এবাৰ নে দুবাৰ। ডিঙিৰ পৰা হোৰ-হোৰকৈ তেজ ওলাবলৈ ধৰিলে।

তনিমা অস্থিৰ হৈ পৰিল। ক'ৰ নোৱাৰাকৈয়ে আৰু কেইঘাপ-মান মাৰিলে ওপৰাওপৰিকৈ। তাৰ পিছত বোধকৰো ভাগৰ লাগিল। ইতিমধ্যে বিজুও থৰ হৈ গ'ল। তনিমাই হাতৰ খুকুৰীখন গাকৰ কাষতে থৈ বিছনাতে আঠু কাঢ়ি বহিল। বহি একে থৰে চাই থাকিল বিজুৰ দেহাটোলৈ! যেন এইমাত্ৰ সম্পাদন কৰা এটা সুন্দৰ কামহে বিশ্লেষণ কৰিবলৈ ওলাইছে।

তনিমাৰ চকু, মন, বিবেক আটাইবোৰে নিজৰ নিজৰ ঠাই এৰি, নিজ নিজ কাম এৰি ইটোৱে সিটোৰ কাম কৰিবলৈ লৈ কিবা খেলিমেলি কৰি দিলে। সেইবাবেই বোধকৰো বহি থাকিয়ে তনিমা প্ৰায় অচেতন হৈ পৰিল।

সেই অৱস্থাতে কিমান সময় গ'ল তনিমাই কবই নোৱাৰিলে। অথচ সেইকণ সময়তে তনিমাই নিজৰ গোটেই জীৱনৰ টুকুৰা-টুকুৰ হাজাৰ ছবি দেখা যেন পালে! জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন, উপস্থিত থাকিব পৰা হাজাৰটা সৰু সৰু ঘটনা এইমাত্ৰ ঘটি যোৱা যেন লাগিল আৰু তনিমাই মনেৰে দেখা, অনুভৱ কৰা সেইবোৰ দৃশ্যৰ, ঘটনাৰ সাক্ষী হৈ, এয়া দুটা আধামুদা চকুৰে বিজুৱে চাই আছে!

এয়া বিজুৱে যেন সাৰ পাই তনিমাক সুধিব—"কি হ'ল, তেনেকৈ থৰ হৈ আছা কিয় ?"

কিন্তু সোধা নাই কিয় ? কিমান দেৰী হ'ল ? হাতৰ ঘড়ী-টোলৈ চালে এবাৰ তনিমাই । মণিব নোৱাৰাকৈ আন্ধাৰ হৈছে ঘৰৰ ভিতৰখন । ঘড়ীৰ কাঁচৰ ওপৰত এটোপ তেজ পৰি, বিয়পি এতিয়া গোটে মাৰি কৰাল মাৰি ধৰিছে ।

সেই কণকে বোধকৰো একন্নাবলৈ পৈছিল তনিমাই । কাঁচৰ ওপৰৰ তেজকণত আঙুলিটো লগাৰ লগে লগে ক'ৰবাত বজ্রপাত হ'ল, তনিমাৰ গোটেই দেহা কঁপি উঠিল । দুয়োখন হাতেৰে এবাৰ কপালত চাপৰ মাৰি বিজুৰ গাতে উবুৰি খাই পৰিল । হুক্ হুক্ কৈ কান্দি এবাৰ চিঞৰি উঠিল—"কি কৰিলোঁ, এয়া মই কি কৰিলোঁ ! কি কৰিলোঁ ।"

ঠিক সেই সময়তে, আগেয়ে বন্দবস্ত কৰি থোৱা মতে, দোকানৰ ল'ৰাটোৱে আবেলিৰ চাহ-জলপান লৈ আহি দুৱাৰত টুকিয়াই মাত দিছে, তাহাঁতৰ ভাষাৰে, "দুৱাৰখন খোলক, চাহ আনিছোঁ ।"

# বিলি

শ্রীসৌৰভকুমাৰ চলিহা

টিউব-ষ্টেচন এটাত ভু-য়ে এদিন মোক বিলিৰ লগত চিনাকি কৰি দিলে। এটা কাডিগান আৰু কৰ্ডুৰয় পিন্ধা দ'ঘা, মোটা কাঁচৰ চশমাৰ তলত সম্ভৱতঃ দুটা চকুও আছে, মাজেৰে লেওতা-কলা চুলি। মুখখন গোল আৰু বৃহৎ আৰু চকু দুটাৰ সামান্য যি দেখা যায়, তাত দুষ্টামি বুদ্ধি ঝলমল কৰিছে। আমনি পোৱা মুখেৰে ষ্টেচনৰ দেৱাৰ বিজ্ঞাপনবোৰ পঢ়ি আছিল, আমাক লগ পাই যেন ৰক্ষা পৰিল, লানি নিছিগা কথাৰ মুখ খুলি গ'ল। প্লেটফৰ্মখনৰ শান্ত শুজন ভাগি চুৰমাৰ হৈ গ'ল, মানুহবোৰে সচকিত মুখে তালৈ বেঁকাকৈ চালে। "অ' আপুনিয়েই ভু-ৰ বন্ধু অমুক? অ', আপোনাৰ কথা ভু-য়ে বহুত কৈছে, যাক, আজি ৰক্ত-মাংসে লগ পালোঁ.........বাই দি ৱে, আপুনি ইয়াত লণ্ডনত কি কৰিছে?"

ট্ৰেইন আহিল আৰু তিনিও উঠি বহিলোঁ। শাৰী শাৰী মানুহ একোখন কিতাপ বা খবৰৰ কাগজৰ পিচপিনে আত্মগোপন কৰি চুপচাপ বহি আছে, বিলিয়ে কৈ উঠিল, "ডাৰ্কা ভৰ্তি 'স্কিংচ'ৰ মাজত ভ্ৰমণ কৰিবলৈ বৰ ইণ্টাৰেষ্টিং, নহয়? (সংবাদপত্ৰৰ পৰ্দাবোৰ সামান্য কঁপি উঠিল, দুই এখন মুখে জুমুকি মাৰি চালে)। যাক, মোৰ বিষয়ে জানেই, ভু-য়ে নিশ্চয় সকলো কৈছেই—"

ভু-য়ে আজিলৈকে বিলিৰ নামেই উল্লেখ কৰা নাই, কিন্তু বিলি-য়েই সৰ্‌সৰকৈ নিজৰ বিষয়ে উচ্চৈস্বৰে সকলোখিনি কৈ গ'ল (যাক ইংৰাজে কয়, "ভজনত উনেচৰ্টাইকৈ"), সেইটোৱেই ভাৰ্মাটোৱে শুনিলে: ভু-ৰ বন্ধু, বেটাৰচি পৰিটেকনিকত ৰসায়ন পঢ়ে, আচল নাম জিয়াং উং নাম। তাৰ জেত্ৰজেতীয়ে সংক্ষিপ্ত কৰি কৰিলে বি, তাৰ পাচত ইংৰাজ জিভাবোৰে এটা বি যোগ কৰি দিলে।

"আচৰিত ইংৰাজ জিভাবোৰ, না পাৰে ইয়ৰ্কশ্বায়াৰ পুডিঙৰ ওপৰত অন্য একো চাখিব, না পাৰে খিংগামি জ'ন্সৰ বাহিৰে অইন কাৰো নাম উচ্চাৰণ কৰিব। এই ধৰক, মই আৰু এটা চুইচ ল'ৰা একেলগে এটা দুই-ৰূম ফ্লেট লৈ আছোঁ, তাৰ নাম ক্ৰিওবিশ্ ড্ৰাবেন্-মাট্, আঃ, তাৰ ওফোন্দা মুখখন যদি দেখে, যেতিয়া ইংৰাজে তাৰ নামটো উচ্চাৰণ কৰে। জিভাই জিভাই বাগৰি বাগৰি তাৰ নামটো এতিয়া কি হৈছেগৈ জানে?"

"কি?"

"ফ্ৰেড্ ড'ৰমেট,—ড'ৰমেট, ইউ ন', দুৱাৰৰ বাহিৰত যি বস্তুটোৰ ওপৰত মানুহে জোতা মচি ঘৰ সোমায়।"

বিলিৰ সোঁহাতৰ এগৰাকী বয়সস্থা ভদ্ৰ মহিলাই হাতৰ কিতাপখন কোলাত নমাই থলে আৰু চশমাযোৰ খুলি বিলিৰ পিনে চালে। ভদ্ৰ মহিলাক সম্পূৰ্ণ উপেক্ষা কৰি বিলিয়ে কৈ গ'ল। সিহঁত বহু দিনৰ পৰা ইংলণ্ডতে আছে, ব্ৰেকপুলত তাৰ দেউতাকৰ এখন লণ্ড্ৰীৰ দোকান আছে, কলেজৰ বন্ধবোৰত যি তাত কাম কৰে। আচল ঘৰ ক'ত? আচল ঘৰ অৱশ্যেই চীনত (যদিও সি কেতিয়াও চীনলৈ যোৱা নাই, তাৰ জন্মই ইয়াতে)—ফুকিয়ান প্ৰদেশৰ (বা ফুকিয়েন, বা কিবা) এখন গাঁৱত। সি কাগজ এখন উলিয়াই নিৰ্বিকাৰভাৱে চীনৰ মেপ বুলি কিবা এখন আঁকি পাওঁখন বহুৱালে। এনেতে এটা অভাৱনীয় কাণ্ড ঘটিল। বয়সস্থা ভদ্ৰমহিলা গৰাকীয়ে চশমাযোৰ পিন্ধি লৈ মেপখন জুমি চালে আৰু মিচিককৈ হাঁহি দি কৈ উঠিল, "ইয়ং মেন, এইখন চীনৰ মেপ?" বিলি কাণলৈকে ৰঙা পৰি উঠিল। বুজিলোঁ যে তাৰ চীনৰ জ্ঞান মোৰ অসমৰ জ্ঞানৰ দৰেই।

তাৰ ষ্টেচনটো আহি পৰিল, বিলি ব্যস্ত হৈ উঠিল। "অ,' মোৰ ঠিকনাটো দিয়া নহ'ল—বেইজৱাটাৰ—কুইন্সৱেত নামিলেই হ'ব, বাৰু—নাজানো, ভূ-য়ে জানে—যেনে তেনে আহিব—আপোনাৰ লগত বহুত কথা থাকিল—" চিঞৰি চিঞৰি বিলি নামি গ'ল। "প্লিকেট"-

বোৰ বোধকৰো নিশ্বাস পেলাই বাচিম্, কিন্তু লক্ষ্য কৰিলোঁ "স্কিংচ"-বোৰৰ মুখতো বিভিন্ন ডিগ্ৰীৰ কৌতুকৰ ৰেখা। মই ভু-ক সুধিলোঁ—সিনো কেতিয়া এই চীনা বাক্যবীৰক মোৰ কথা কৈছিল? ভু-য়ে ক'লে যে সি মোৰ নাম কেতিয়াও উল্লেখেই কৰা নাই।

২

তাৰ পাচত মাজে মাজে বিলিক ডিউবে-বাছে লগ পালোঁ, চকামকাকৈ। বেচি কথা ক'বৰ তাৰ সময় নাই, তাৰ লগত সদায় এজোকানী নতুন ছোৱালী। এদিন বিলিয়ে ক'লে যে সি মুদ্রা গোটায়, মোৰ হাতত ভাৰতীয় নোট বা মুদ্রা একো নাই নে? থাকিব পাৰে, মই ক'লোঁ। (ভু-ৰ হাতত যি আছিল সি কেতিয়াবাই নি তাৰ সংগ্ৰহত যোগ দিছে)। পিচদিনা বিলি মোৰ কামত আহি উপস্থিত। বাকচ খুচৰি খুচৰি এখন পুৰণি এটকীয়া নোট আৰু এক অনা পোৱা গ'ল, বিলিৰ কি উল্লাস! বাকচটো বন্ধ কৰিবলৈ মই চাবি ভৰালোঁ, বিলি থমকি ৰ'ল। চাবিৰ বিংটোত সেইটো কি? অ', এইটো—এইটো এটা ফুটা পইচা, আমাৰ দেশত যুদ্ধৰ সময়ত ওলাইছিল (তামৰ অভাৱ হেতু)। ইণ্টাৰেষ্টিং, বিলিয়ে ক'লে, এনেকুৱা ফুটা পইচা সি জীৱনত দেখা নাই, সেইটো তাক লাগিব।

আফ্রিকাৰ জুলুবিলাকৰো বোলে এবিধ আঙঠি-টকা আছিল, আৰু পুৰণি চীনতো ৰচীৰে আঁৰি থব পৰাকৈ চাবি কুণীয়া ফুটা থকা এবিধ মুদ্রা আছিল, কিন্তু তেনেকুৱা এটাও আজিলৈকে তাৰ হস্তগত হোৱা নাই। মোৰ পইচাটো তাক লাগিব।

মই মূৰ খজুৱাব আৰম্ভ কৰিলোঁ। চাবিৰ ৰিং আৰু ফুটা পইচাটোৰ এটা ভাৱপ্ৰৱণ মূল্য আছে: দেশত এজন অন্তৰঙ্গ বন্ধুৰে সৈতে ফুটপাথৰ দোকানত দুয়ো দুখন সৰু পেন্সিল কটা ছুৰী কিনিছিলোঁ, ছুৰী দুখন ভৰাবলৈ লগতে দুটা চাবিৰ ৰিঙো কিনিলোঁ। তেতিয়াও আমাৰ বাকচ-টাকচ একো হোৱা নাই (প্ৰথম পৰম ভাত খাই পঢ়া-শুনা কৰোঁ আৰু বিছনাৰ তুলিৰ তলত গোপনীয় বস্তু থওঁ)। কিন্তু চাবিৰ ৰিঙত অকল ছুৰী এখন থাকিলে ভাল নেদেখি,

সি জেপৰ পৰা দুটা ফুটা পইচা উলিয়াই বিং দুটাত থুৱাই দিলে। বন্ধুজন ইতিমধ্যে নিরুদ্দেশ হৈছে, ক'লৈ গ'ল কোনেও নাজানে।

মই কলোঁ (সঁচা কথাই ক'লোঁ) যে এইটো মোৰ তাবিজৰ দৰে, মোৰ 'গুড্-লাক্' মুদ্ৰা, এইটো থাকক, অইন এটা অনাই দিম। কিন্তু এনেকুৱা পইচা জানো এতিয়াও চলে, সি সুধিলে (চালাক ল'ৰা)। স্বীকাৰ কৰিলোঁ, নাই, আজিকালি আৰু নচলে, বিচাৰিলেও পোৱা যাব নে নাযায় দুৰ্ঘোৰ সন্দেহ।

"চোৱা, মোৰ এটা বঢ়িয়া চিগাৰেট লাইটাৰ আছে", বিলিয়ে ক'লে, 'ৰন্‌চন্" লাইটাৰ তাৰ তুলনাত একোৱেই নহয়। কিন্তু তাতকৈ ডাঙৰ কথা হ'ল, সেইটোতকৈ ভাল 'গুড-লাক' লাইটাৰ আৰু আজিলৈকে পৃথিৱীত ক'তো ওলোৱা নাই। সেইটো জেপত লৈ ওলালে সি য'তে যি মুদ্ৰা বিচাৰি যায় তৎক্ষণাৎ পাই যায়, ইজি এজ্ এনিথিং। টে'ল্ ইউ হোৱাট্, সেই লাইটাৰটো তোমাক দিম, মোক ফুটা পইচাটো দিয়া। এ' ফেয়াৰ ডিল, কি?"

"ক'ত লাইটাৰ?"

"আজি লগত অনা নাই," বিলিয়ে নিৰ্বিকাৰ ভাৱে ক'লে আৰু যোগ দিলে, "দেখিছাই, সেইটো লগত নথকা কাৰণে আজি এটা সামান্য ফুটা পইচা যোগাৰ কৰোঁতে মোৰ কিমান অসুবিধা হৈছে।"

চিগাৰেট লাইটাৰনো মানুহে ঘৰত থৈ আহেনে? ক'লোঁ, "তোমাৰ আশ্চৰ্য্য লাইটাৰটো লৈ আহিবা, তাৰ পিচত বিবেচনা কৰি চোৱা যাব।" মুখ বিকৃত কৰি বিলি গুচি গ'ল। দুদিন পিচত তাক লগ পালোঁ।

"লাইটাৰটোৰ খবৰ কি?" মই সুধিলোঁ।

"অ' লাইটাৰ," বিলিয়ে নিৰ্লজ্জভাৱে তাৰ দুষ্টামিৰ হাঁহিটো মাৰিলে, "অ' পাহৰিয়েই গৈছিলোঁ—সেইটো বদলি কৰিবলগীয়া হল।"

কোনোবা এজন মানুহক্ বোলে সি লাইটাৰটো দি সিবলগীয়া হ'ল, এটা বহমূল্য, দুষ্প্ৰাপ্য সপ্তম শতিকাৰ পুৰণি ব্ৰেজিলিয়ান মুদ্ৰাৰ বিনিময়ত ; সপ্তম শতিকাত ব্ৰেজিলত মুদ্ৰা আছিল নে নাই ঈশ্বৰে জানে, উচ্চবাচ্য নকৰিলোঁ ।

৩

বিলিৰ ফ্লেটৰ সঙ্গী ক্লিড্ৰিথ্ ড্যুৱে'ন্মাট্ চুইচ দূতাবাসত কাম কৰে, বিলিৰ প্ৰায় সমবয়সীয়া, ৰঙা মুখ আৰু ৰঙা চুলিৰে হৃষ্টপুষ্ট ৬ ফুট দীঘল ল'ৰা, বিলিৰ মূৰটো তাৰ কান্ধত থাকে, গালিভাৰ আৰু লিলিপুট যেন দেখি । ক্লেডক অলিম্পিকৰ ফুটবল খেলুৱৈ বুলি ক'লে কোনেও অবিশ্বাস কৰাৰ কাৰণ নাই ( এই দৈত্য-টোক জোতা মচা ড'ৰমেট আখ্যা দিব পাৰে কিজানি একমাত্ৰ ইংৰাজ কল্পনাইহে ) । আগেয়ে দুয়ো একেজনী লেণ্ড লেডীৰ ঘৰতে বেলেগে বেলেগে আছিল, কিবাকৈ দুয়োৰে মনত খেলালে যে সিহঁত একেলগে এটা ফ্লেট ললে বেয়া নহব । যেনে ভবা, তেনে কাম । ফলত এই যুটীয়া সংসাৰ ।

চীনা-চুইচ-সমন্বয়টো খুব মসৃনভাবে চলা নাই । সিহঁতৰ সংসাৰখন অলপ বিশৃঙ্খল, বিশেষকৈ ক্লে'ডৰ অংশটো, কাপোৰ-কানি, কিতাপ-পত্ৰ ছত্ৰাকাৰ, কোনো এটা বস্তু ঠিকমতে বিচাৰি পাবৰ উপায় নাই । এই অৰাজকতা বিলিৰ পচন্দ নহয়, ক্লেডৰ লগত সদায় পুৰা-গধূলি তাৰ একহাত হৈ যায় । ক্লেড কিবা ভাবত অন্য-মনস্ক হৈ থাকে চব্বিশ ঘণ্টা, য'ৰে বস্তু ত'তে এৰে, নিৰ্বিকাৰ ভাৱে বিলিৰ টুথপেষ্টৰে দাঁত মাজি বিলিৰ টাৱেলখনেৰে মুখ মচি, বিলিৰ টাই এডাল মাৰি, বিলিৰ কোটটো পিন্ধি, বিলিৰ চিগাৰেট-কেইটা লৈ বাহিৰ হৈ যায়, বিলিয়ে নিজৰ বস্তুবোৰ নিৰ্দিষ্ট ঠাইত বিচাৰি নাপাই তৰ্জন-গৰ্জন কৰি মৰে । এদিন বিলিৰ দেৰাজত কিবা বিচাৰি বিচাৰি ক্লে'ডে এখন কিতাপ আৱিষ্কাৰ কৰি পেলালে, বিলিয়ে বোধকৰো লুকাই লুকাই পঢ়িছিল— সেই ঘটনাৰ পাচত এসপ্তাহলৈ বিলিয়ে ক্লে'ডৰ লগত কথাই নক'লে ( কিতাপখনৰ নাম

"টিন্ছ্ ইয়ৰ চেলক্ চাইনিজ্" )। দুপৰীয়া দুয়ো বাহিৰত খায়, সোম, বুধ, শুকুৰবাৰে আবেলি বিলিয়ে ৰান্ধে ; মঙ্গল, বৃহস্পতি, শনি বাৰে ফ্ৰে'ডে, ৰবিবাৰে কোন ক'লৈ যায় পাত্তা নাথাকে। ফ্ৰেডে স্পাগেটি বনায় আৰু স্থুপ স্থুপ চুইচ্ পনীৰ কিনি আনে। বিলিয়ে মাজে মাজে আধা খাই চিনেমা চাবলৈ গুচি যায়। বিলিয়ে প্ৰচুৰ যত্নেৰে বিফ্‌ষ্টে'ক বনায়, ফ্ৰে'ডে মুখ বিকৃত কৰি এদিন কয় যে ষ্টে'কটো আধাহে পুৰিছে আৰু মচলা বেছি হৈছে, এদিন কয় যে ষ্টে'কটো আজি ডবল পুৰিছে আৰু মচলা বেছি হৈছে। কেতিয়াবা মই দুয়োকে ইউষ্টন-স্কোয়েৰৰ কাষৰ ভাৰতীয় ৰেষ্টুৰেণ্ট এখনলৈ চিকেন বিৰিয়ানি খুৱাবলৈ লৈ যাওঁ, সেইদিনা দুয়ো কোনেও কাকো গালি-শপনি নকৰাকৈ খোলা মেজাজেৰে খায়। ফ্ৰে'ডৰ এজনী চুইডিচ বান্ধৱী আছে, বিটা ফ্ৰাভ্, একে অফিচতে কাম কৰে— আকৰীৰ দৰে গোল ডাঙৰ মুখ, কোনো মে'ক-আপৰ বাহুল্য নাই, গোটেইখন ভোটা নাক আৰু ভোটা থুঁতৰি, ভোটা আঙুলি আৰু চুটি চুটি বগা চুলি—কেতিয়াবা বিটা আহি দেখে দুয়ো দুখন চকীত পৰস্পৰৰ পিনে পিঠি দি গুজৰি গুমৰি বহি আছে, টেবুলত আধা খোৱা প্লেট, তাই পাকঘৰত ইটো সিটো গোটাই মেলি পুনৰ নতুন খোৱাৰ ব্যৱস্থা কৰে, লাহে লাহে কোঠালিৰ থমথম ভাবটো পাতল হৈ আহে। বিটাই বাৰে বাৰে স্বয়ংক্ৰিয়ভাবে হাত চলাই চুলিখিনি ঠিক কৰে ( যেন তাইৰ কেশসজ্জাহে কোনোবাই চাই আছে ) আৰু কয়, "বিলি, তোমাৰ সংগ্ৰহটো আজি নুলিওৱা ? নতুন কিবা পালা ?"

সংগ্ৰাহকৰ প্ৰদৰ্শনৰ গৰ্ব আৰু তাৰ লগত আন এটা শঙ্কা মিহলি হৈ বিলি বিচলিত হয়, কিন্তু অৱশেষত মুদ্ৰাবোৰ উলিয়ায়। আশ-কাটো বিটাক লৈ। তাই উচ্ছ্বসিত হৈ কয়, "আঃ বিলি, এই অতবোৰ নতুন-পুৰণি মুদ্ৰা চাবলৈ মোৰ যে ইমান ভাল লাগে ! কি ৰোমাণ্টিক নহয় ? অ', হাউ আই লাভ ইট্ ! আঃ

ফ্ৰে'ড, মোৰো যদি ইমান ধুনীয়া এটা কালেক্‌শ্যন থাকিলহেঁতেন !" বৰ্তমান মুহূৰ্তলৈ তাইৰ "কালেকশ্যন" হ'ল কেইটামান ফ্ৰাচী ফ্ৰাঁ, দুটা অষ্ট্ৰিয়ান শ্বিলিং, এটা জাৰ্মান মাৰ্ক।

ফ্ৰে'ডে নিৰ্লিপ্তভাৱে কান্ধ জোকাৰে— গোটেই বস্তুটো তাৰ কিবা 'অভং' যেন লাগে, "চিজি" যেন লাগে। বিলিৰ বুকু দুক দুক কৰে— যদি তাই নতবা-নিচিন্তাকৈ কৈ পেলায়, "আঃ বিলি, এইটো মোকেই দি নিদিয়া কিয় ?" তেতিয়া ? তেতিয়া সি কি কৰিব ? "ছোৱালী মানুহক না কৰিব নোৱাৰি, ইউ ন', ঘিয়েই নঘটক— যদি এবাৰ তাই কিবাকৈ মুদ্ৰাবোৰ পাবলৈ ইচ্ছা প্ৰকাশ কৰি পেলায় তেতিয়া মোৰ পিনে হ'ল আৰু, তেতিয়া আই এম্ ইন্ এ' ফিক্স !"

যিহওক, বিটাই কোনোদিনে মুখ খুলি নোখোজে, মাথো ঘণ্টাৰ পাচত ঘণ্টা সতৃষ্ণ মুগ্ধ নয়নে মুদ্ৰাবোৰৰ কাষত বহি চাই থাকে ( "মেকুৰীয়ে যেনেকৈ গাহৰ চৰাইলৈ চায়, ইউ ন' " —বিলি )। সোণৰ মুদ্ৰা আৰু ৰূপৰ মুদ্ৰা, টিনৰ মুদ্ৰা আৰু তামৰ মুদ্ৰা, চেপেটা আৰু উখহা, গোল আৰু চাৰিকুণীয়া আৰু ডিম্বাকৃতি, জীৱজন্তুৰ সাঁচ মৰা মুদ্ৰা, ৰজা-ৰাণীৰ মূৰ্ত্তি, অস্ত্ৰ-শস্ত্ৰৰ আকৃতিত কটা মুদ্ৰা। মুদ্ৰাবোৰ সি কাকো হাতেৰে ছুব নিদিয়ে ("মি ফ্ৰাইয়ে প্ৰবৰ্তন কৰা নিয়ম"), কিন্তু মাহে মাহে তাৰ মুখ খুলি যায়, ভিতৰৰ উৎসাহী সংগ্ৰাহক মানুহটো আত্মপ্ৰকাশ কৰে—এইটো মুদ্ৰা ইজিপ্তৰ, ইমান শতিকাৰ, অমুকৰ ওপৰত টেক্কা দি আনিছে, এইটো পুৰণি গ্ৰীক মুদ্ৰা, অমুক ৰজাৰ দিনৰ, যোগাৰ কৰোঁতে তাৰ ইমান পাউণ্ড গৈছে ; এইটো মুদ্ৰা মাজ্ৰাতাৰ আৰু এইটো মুদ্ৰা মেথুচেলাৰ দিনৰ, আৰু এই অভিনৱ মুদ্ৰাটো যোগাৰ কৰিবলৈ সি চাইপ্ৰাচৰ পৰা অহা মানুহ এজনৰ পম খেদি খেদি পুৰা দুদিন কেম্‌ডেন টাউন এলাকাত ঘূৰপাক খাইছে— ( কিন্তু সকলোৰে ওপৰত টেক্কা দিলে মোৰ ফুটা পইচাটোৱে ; বিটাৰ চকু যলমল কৰি উঠিল, চুলিৰ মাজেৰে ক্ষিপ্ৰতাৰে এবাৰ আঙুলি চলালে আৰু কৈ উঠিল,

"অ', হাউ কুয়েইণ্ট !") মই ক'লো, "অতবোৰ সোণ-ৰূপ এনেকৈ পেলাই নথৈ বড়িয়াকৈ গলাই লৈ দেখোন—

"বর্বৰ", বিলিয়ে ক'লে ।

এই বায়ুটো তাৰ ক'ৰ পৰা আহিল, মই জানিব বিচাৰিলোঁ। এইটো এটা চীনা "অভ্যাস", সি সগৰ্বে ক'লে । এই বায়ু চীনাৰ ৰক্তত আছে । তাৰ দেউতাকে হেনো পুৰণি জাপানী আৰু চীনা ছবি সংগ্ৰহ কৰে, মাকে সংগ্ৰহ কৰে দুনিয়াৰ যত ৰকমৰ বিছনী, হয়তো তাৰ পৰাই বায়ুটো আনিছে ।

"এটা চীনা অভ্যাস, ইউ ন' " বিলিয়ে কলে ।

"অ' হয় নেকি ?"

"অঁ—কভালস্কিক সুধি চাবা ।"

বিলিৰ মুদ্ৰা ক্লাবৰ বন্ধু কভালস্কি, প'লেণ্ডৰ পৰা অহা এজন ভগনীয়া । তেওঁৰ চীনা বস্তুত আগ্ৰহ আৰু তেওঁ চীনা খাদ্যৰ সমঝদাৰ । টটেনহাম ক'ৰ্ট ৰ'ডত তেওঁ এখন পুৰণি কিতাপৰ দোকান চলায় আৰু আজৰি সময়ত বৃটিছ মিউজিয়াম লাইব্ৰেৰীলৈ গৈ চীনৰ বিষয়ে পঢ়া-শুনা কৰে। ঘৰৰ পৰা আঁতৰি থাকি তেওঁৰ কোনো খেদ নাই, তেওঁ হেনো কয়, "সৌভাগ্য ক্ৰমে মোৰ নিৰ্বাসন ঘটিছে লণ্ডনত, আৰু লণ্ডনত আছে সকলো বস্তু আৰু সকলো দেশ। এটা 'হবি'ৰ চৰ্চাৰ কাৰণে ইয়াতকৈ উৎকৃষ্ট ঠাই কি আছে ?" চহ' অঞ্চলৰ চীনা ৰেষ্টুৰেণ্ট এখনলৈ বিলিয়ে মোক আৰু ভু-ক হপ চুৱে আৰু চৰাই বাহৰ চুপ খুৱাবলৈ লৈ গ'ল, আৰু নিৰল টেবুল এখনত ঘন মোচা ভুৰুৰে পাইপ-টনা আদহীয়া মানুহ এজনৰ লগত চিনাকি কৰি দিলে ।

"মিঃ অমুক, মিঃ তমুক, মিঃ আণ্টন্ কভালস্কি । হিয়াৰ্ ইউ আৰ্ । যি কোনো চৈনিক বস্তুৰ কাৰণে ইয়াত আবেদন কৰক ।"

পত্তিকে এই সুযোগতে কভালস্কিক সুধি চালোঁ। যাৰ খ্রিহত ৰাগ। কভালস্কিয়ে সমুখৰ বাটিবোৰ আঁতৰাই থলে, সাগ্ৰহে পাইপটো জ্বলালে, আৰু এটা নাতিদুৰ্ঘ বক্তৃতা আৰম্ভ কৰিলে। বিলিয়ে হেনো ঠিকেই কৈছে, এই বিষয়ে তেওঁ পঢ়া-শুনা কৰি খিপাইছে, এই সংগ্ৰহ কৰাৰ "হবি"ৰ পূৰ্ণ বিকাশ হয় চীন দেশতেই খৃঃ পূঃ ১ম শতিকাত, হান্ বংশৰ আমোলত। কওঁতে কওঁতে তেওঁৰ পাইপটো নুমাই গ'ল, নিৰ্বাপিত পাইপটোতে পৰম সুখেৰে টান দি দি কভালস্কি ক্ৰমে ক্ৰমে এখাৰ শতিকালৈ আহিল। এখাৰ শতিকাত হেনো মি-ফাই নামেৰে এজন ব্যগ্ৰ আৰু বিখ্যাত আৰু পৰম একনিষ্ঠ চীনা সংগ্ৰাহক আছিল, তেৱেঁই প্ৰথমে সংগ্ৰহ পদ্ধতিৰ নিয়ম-প্ৰণালী কিছুমান প্ৰৱৰ্ত্তন কৰিলে। আজিৰ পাশ্চাত্য জগতত প্ৰচলিত সংগ্ৰহ প্ৰণালীৰ নিয়মবোৰ, টেক্‌নিক্‌বোৰ ক'ৰ পৰা গৃহীত, কোনে উলিওৱা জানেনে? ঠিক ধৰিছে, সকলো মি-ফাইৰ নিয়ম, ইত্যাদি ইত্যাদি। কভালস্কিয়ে পাইপটো জ্বলাবলৈ এটা বিৰতি দিলে। আৰু এই সুযোগতে এটা অচিন্তা দেখুৱাই ডু-য়ে বিদায় ললে। "কিন্তু অৱশ্যেই", পাইপডাল নমাই থৈ কভালস্কিয়ে পুনৰ খাদ্যত মন দিলে, "এইটোক এটা সম্পূৰ্ণ চীনা অভ্যাস বুলি কোৱা হয়তো ভুল। এইটো মানুহ মাত্ৰৰে অন্তৰ্নিহিত ধৰ্ম। সকলোৱে কিবা নহয় কিবা সংগ্ৰহ কৰে। বোধকৰো তাৰ মনোবৈজ্ঞানিক ব্যাখ্যা এয়ে যে দখলৰ অধিকাৰে আমাৰ অহং ভাবটো সন্তুষ্ট কৰে। বোধকৰোঁ এই অহং ভাবটো চৰিতাৰ্থ কৰিবলৈকে ডুনজুৱানসকলে এজনী এজনীকৈ বহুজনী ছোৱালী সংগ্ৰহ কৰি হাৰেম বনায়। হয়তো ডন জুৱানৰ হাজাৰ প্ৰেমৰ কাৰণো এয়েই। যেটি কি ক'ম, জানেনে, আমাৰ ডেকা বন্ধু বিলি নামৰ লগতো যে প্ৰতি সপ্তাহে একোজনী নতুন নতুন বান্ধৱী (বিলিয়ে মোৰ পিনে কেৰাহিকৈ চাই এটা মিথ্যা লজ্জাৰ হাঁহি মাৰি দেৱালৈ মুখ ঘূৰালে),—সকলো ম'বাই যেনেকৈ নিজৰ জেপত বাজ্যৰ বস্তু জমা কৰে, সেইদৰেও

বোধকৰোঁ এই সংগ্ৰহ প্ৰবৃত্তিৰেই এটা কৰ্ক্ক, অপৰিণত প্ৰকাশ।"

বুজিলোঁ যে কভালস্কি আজি ঠিক মেজাজত আছে, কিন্তু আপত্তি তুলিলোঁ। মই ক'লোঁ যে মই একো সংগ্ৰহ নকৰোঁ—না জাপানী ছবি, না ডাকটিকেট, না পুৰণি জোতাৰ বাকচ, গুড্ডী, গ্ৰামোফোন ৰেকৰ্ড, না লাটুম, না চিগাৰেটৰ পেকেট।

"হয়তো কিতাপ? নাই? আঃ, মাই ফ্ৰেইণ্ড", যেন আনন্দিত হৈয়েই কভালস্কিয়ে ক'লে "সজ্ঞানে হয়তো আপুনি একো যোগাৰ কৰি নুফুৰে। কিন্তু সংগ্ৰহ কৰা বস্তুটো যে ইন্দ্ৰিয়গ্ৰাহ্য পদাৰ্থ এটাই হব লাগিব, তাৰ অৱশ্যে কোনো মানে নাই। হয়তো আপুনি সংগ্ৰহ কৰে বন্ধুত্ব, বা অভিজ্ঞতা, বা স্মৃতি—আপোনাৰ বিখ্যাত ফুটা পইচা আৰু দেশৰ বন্ধুজনৰ কথা মনত কৰক। চ' ডেয়াৰ ইউ আৰ।"

ছুপ্‌স্টিক ডাল জোকাৰি কভালস্কিয়ে এনে এটা ভঙ্গী দিলে, যেন এই উদাহৰণৰ পিচত আৰু আপত্তি নচলে।

"অ—তেনেকৈ চাবলৈ গ'লে অৱশ্যে—" মই আৰম্ভ কৰিলোঁ।

"ভাল কথা মনত পেলাই দিলে মিঃ কভালস্কিয়ে", বিলিয়ে ক'লে, যেন কথাটো তাৰ এতিয়াহে মনত পৰিল, "তোমাৰ ফুটা পইচাটো কি হ'ল?"

মই হাঁহিলোঁ আৰু মূৰ জোকাৰিলোঁ। অলপো নদমি বিলিয়ে ক'লে, "এটা বীয়াৰ খোৱা"। খালোঁ। বিলিয়ে ক'লে, "তুমি জানা, সেই পইছাটো নাপালে মোৰ সংগ্ৰহটো অসম্পূৰ্ণ হৈ ৰ'ব—মোৰ ইমান দিনৰ চেষ্টা, অধ্যৱসায়, সকলো আধকৰা হৈ থাকিব—তুমি কি তাকে বিচৰা?" মই ক'লো, "এটা বীয়াৰ খোৱা। দেশলৈ গৈ এটা পঠিয়াই দিম।" সি খালে, আৰু ক'লে, "তুমি নাজানা, এটা সামান্য পইচা, এটা সামান্য ডাকটিকেট এজন সংগ্ৰাহকৰ কাৰণে কিমান মূল্যবান।" "খুব জানো", মই কলো।

"তোমাৰ লগত মোৰ বন্ধুত্ব শেষ হৈ যাব পাৰে", সি ক'লে। "খুব পাৰে", মই ক'লোঁ। তাৰ ধৈৰ্যচ্যুতি হ'ল, সি চকীৰ পৰা উঠিল আৰু ক'লে, "গুড নাইট। দুঃখিত, মিঃ কভাল্‌স্কি, মোৰ এটা এপয়ণ্টমেণ্ট আছে।" "গুড নাইট" মই ক'লোঁ আৰু পিলাচটো তুলি ললোঁ। বিলি বৈ থাকিল। "মই কৈছোঁ, গুড নাইট", সি আকৌ ক'লে, "গুড নাইট", ময়ো ক'লোঁ আৰু চকীৰ পৰা তাৰ ওভাৰকোটটো তুলি দিলোঁ। মোৰ পিনে এটা অগ্নিদৃষ্টি নিক্ষেপ কৰি বিলি বাহিৰৰ কৰিডৰলৈ ওলাই গ'ল।

কভাল্‌স্কি চকীত আউজি বহিল আৰু মোৰ পিনে চাই স-কৌতুকে হাঁহিলে। "সামান্য এটা পইচা লৈ ইমান চিৰিয়াচ হ'বৰ কি আছে—" মই অলপ বিৰক্ত হৈ ক'লোঁ। "আঃ, মাই ফ্ৰেইণ্ড", কভালস্কিয়ে ক'লে, "আপুনি একো বুজা নাই। বিলিয়ে সোধে ঃ ফ্ৰে'ডে বিটাত এনে কি দেখে? সামান্য এজনী ছোৱালী লৈ ইমান চিৰিয়াচ হ'বৰ কি আছে? আপোনাৰ প্ৰশ্নটো আৰু বিলিৰ প্ৰশ্নটো একেই। তাৰ উত্তৰো একেটাই ঃ ফ্ৰে'ড বিটাৰ প্ৰেমত পৰিছে। বিলি তাৰ সংগ্ৰহটোৰ প্ৰেমত পৰিছে, আৰু প্ৰেমৰ কাৰণে যোজে মানুহে কৰিব নোৱাৰা কাম নাই। দুয়োৰে একেধৰণৰ অনুভূতি, উল্লাস, ব্যগ্ৰতা, হতাশা, ঈৰ্ষা, তীব্ৰ বাসনা, পৰিতৃপ্তি, উন্মাদনা। আপোনাৰ এই আচৰিত কটা পইচাটোৰ প্ৰতি কি মোৰ লোভ হোৱা নাই? হৈছে, বিলিতকৈ সেই লোভৰ তীব্ৰতা কোনো গুণে কম নহয়। কিন্তু মই আৰু ডেকা মানুহ নহওঁ, কথাবোৰ মই এতিয়া নিৰপেক্ষভাৱে লব পৰা হৈছোঁ, মই বিলিৰ দৰে আপোনাক জোৰ নকৰোঁ। কিন্তু বিলি তৰুণ যুবক, সংগ্ৰাহক প্ৰেমিক, আৰু প্ৰেমৰ কাৰণে মানুহে ... ... এটা সঁচা গল্প শুনক। বিহাৰ্ড হেবাৰ নামে এজন কিতাপ সংগ্ৰাহক আছিল। এগৰাকী ভদ্ৰমহিলাৰ পৰা হেবাৰে এখন মনোৰম মধ্যযুগীয় পুথি— বুক্ অৰু চেইণ্ট অলবান্স— সৰকাৰৰ বহু চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। অৱশেষত বিহাৰ্ড

হেবাবে কৰিলে কি জানেনে ? তেওঁ ভদ্ৰমহিলাক বিয়াৰ প্ৰস্তাৱ দি বহিল। জানেনে, আপুনি যদি ছোৱালী মানুহ হ'লহেঁতেন, বিলিয়েও হয়তো আপোনাৰ পাণি গ্ৰহণৰ প্ৰস্তাৱেই দি পেলালেহেঁতেন, যাতে আপোনাৰ লগত তেওঁ আপোনাৰ ফুটা পইচাটোও পায়।"

মই ঈশ্বৰক ধন্যবাদ দিলোঁ যে তেওঁ মোক ছোৱালী মানুহ কৰি সজা নাই, আৰু ক'লোঁ, "কিন্তু লোকৰ পইচা যোগাৰ কৰোঁতে কৰোঁতে তাৰ নিজৰ সংগ্ৰহটোহে কোনোবাদিনা হাত বদলি হৈ যাব যেন পাইছোঁ। শ্ৰীমতী বিটা ফ্ৰাভ্—"

এই বিপদজনক সম্ভাৱনাটোৰ কথা বিলিৰ মুখত কভাল্স্কিয়ে শুনিছে। তেওঁ বিজ্ঞৰ দৰে হাঁহিলে আৰু ক'লে, "আপোনাক আৰু এটা সঁচা গল্প কওঁ। চাৰ ৰবাৰ্ট কটনৰ নাম শুনিছে সম্ভৱতঃ, তেৰোঁ এজন বিখ্যাত কিতাপ সংগ্ৰাহক আছিল। তেওঁৰ অতি প্ৰিয়ৰ লাইব্ৰেৰীটো আছিল তেওঁৰ প্ৰাণ। পিছে ৰাজনৈতিক পাক-চক্ৰত ঘটনা এনে হ'ল যে ইংলণ্ডৰ ৰজা তেওঁৰ প্ৰতি ৰুষ্ট হ'ল। ৰজাই তেওঁক শাস্তি দিলে। ইংলণ্ডৰ ৰজা তেতিয়া প্ৰথম চাৰ্লছ, বাছি বাছি এনেকুৱা শাস্তি এটা দিলে যে তাতকৈ মৰ্মান্তিক শাস্তি আৰু চাৰ ৰবাৰ্টৰ কাৰণে একো হ'ব নোৱাৰে—তেওঁক নিজৰ লাইব্ৰেৰীত প্ৰৱেশ নিষেধ কৰি দিলে। প্ৰেমাস্পদৰ পৰা বিচ্ছিন্ন মানুহৰ দৰে দুখে বেজাৰে খীণাই-শুকাই চাৰ ৰবাৰ্ট এদিন মৰি-য়েই থাকিল। মাই ফ্ৰেইণ্ড, বিটাৰ হাতলৈ বিলিৰ সংগ্ৰহটো যোৱাৰ আশা সুদূৰ পৰাহত। তাৰ কালেকশ্যনটো এৰি দিব লাগিলে সি আৰু বিলি হৈ নাথাকে", কভাল্স্কিয়ে নেতিসূচকভাৱে মূৰ জোকাৰিলে, "নাই, বিটাৰ ছোৱালীমতীয়া আকাংক্ষাই আমাৰ বিলিক টলোৱাৰ আশা—"

"কম, অতি কম। প্ৰায় শূন্য। এই বিষয়েময়ো নিশ্চিত।" কেইদিনমান আগেয়ে হোৱা মোৰ সক অভিজ্ঞতা এটা কভাল্স্কিৰ আগত বিবৃত কৰিলোঁ।

## ৪

এটা সৰু অভিজ্ঞতা। ফ্ৰে'ড আৰু বিলিৰ লগত সিহঁতৰ ফ্লেটত বহি সন্ধিয়া কথা পাতি আছিলোঁ, দেখিলোঁ, ফ্ৰে'ডে বাৰে বাৰে ঘড়ী চাইছে, লাহে লাহে অধৈৰ্য্য হৈ উঠিছে। হঠাৎ ফ্ৰে'ডে কৈ উঠিল, "বিলি, তোমাৰ দেখোন আজি 'চাউথ পেচিফিক' চাব যোৱাৰ কথা আছিল, যোৱা যদি যাবৰ হৈছে।" বিলি অবাক হৈ কিবা এটা ক'ব খুজি বৈ গ'ল, তাৰ পাচত মোক ক'লে, "অঁ, বলা চাউথ পেচিফিকখন চাই আহোঁগৈ, কালি প্ৰ'গ্ৰাম সলনি হৈ যাব নহ'লে, চাব খুজিলে একেবাৰে বেল্ট এণ্ডলৈ যাব লাগিব।"

"সেইখন মই কেতিয়াবাই চাইছোঁ," মই ক'লোঁ।

বিলি লৰালৰিকৈ উঠিল আৰু মোৰ বাহুত ধৰি টানিলে, "তাতে কি হ'ল? চবেই কৈছে, বঢ়িয়া ছবি, অনায়াসে দুবাৰ চাব প'ৰিবা, আৰু মই কি অকলে অকলে যাম? মোকোতো এটা সঙ্গী লাগে। ফ্ৰে'ড? নাই, ফ্ৰে'ডে ইতিমধ্যে সেইখন তিনিবাৰ চাইছে, নহয় ফ্ৰে'ড? (ফ্ৰে'ডে চিনেমা-ছিনেমা নাচায়, বুলিয়েই জানিছিলোঁ, আচৰিত হ'লোঁ)। আহা, আহা, দেৰি হ'লে মস্ত কিউ দিব লাগিব ——— আৰু কি হ'ল বুজাৰ আগেয়ে মোক প্ৰায় টানি নি সি দুৱাৰদলিলৈ লৈ গ'ল।

"এক মিনিট, এক মিনিট", মই প্ৰতিবাদ কৰিলোঁ, "এইচব কি কথা?"

"বলা, বলা, ইয়াত তৰ্কাতৰ্কি কৰি থাকিলে শেষ শ'টো মিচ কৰিব লাগিব ধুৰুপ—নহয়, ৰবা এক মিনিট—" বিলিয়ে ক'লে আৰু লৰালৰিকৈ তাৰ সংগ্ৰহৰ ড্ৰয়াৰটো টানি চালে, বস্তু আছে নে নাই। "অঁ, ঠিক আছে। ফ্ৰে'ড, মোৰ পুৰাৰ ধাৰটো?"

ফ্ৰে'ডে বিনা বাক্য ব্যয়ে জেপ খুচৰি দুটা হাফক্ৰাউন বাহিৰ কৰি দিলে.......... সেই পইচাৰে কি বিলিয়ে "চাউথ পেচিফিক"'ৰ টিকেট কিনিলে? "চাউথ পেচিফিক, মাই ফুট!" বিলিয়ে বাটত নামি ক'লে, "ভ'ৰমেটে কি মোক চিনেমা চাবৰ পইচা দিছে? এই

পইচাৰে মই এতিয়া পটাচিয়াম চাইনাইড খাই মৰিলেও তাৰ কোনো আপত্তি নাই। মূল কথা হ'ল, তাক আমি এতিয়া অকলে ঘৰটো এৰি দিব লাগে।"

"কিয় ? কিয় ?"

"কিয় আৰু! ড'ৰমেটৰ নৱতম নুইচেন্স।" বিৰক্তকণ্ঠে বিলিয়ে ক'লে, "ৰিটাৰ লগত বোলে আজি সন্ধিয়া তাৰ কিবা পৰম ব্যক্তিগত কথা আছে, পৰম ইণ্টিমেট। ড'ৰমেটৰো আকৌ পৰম ইণ্টিমেট কথা, হোৱাট এন আইডিয়া! যিহওক, ড্ৰয়াৰটো বন্ধ কৰি থৈ আহিছোঁ, ৰিটাই আৰু মোৰ কলেকশ্যনটো পিটপিটাই একাকাৰ কৰাৰ ভয় নাই। সেইটো হোৱে বুলিছে মোৰ আচল ভয়....... নিজৰ ঘৰৰপৰা নিজেই ওলাই আহিবলগীয়া হৈছে, কি এটা পৰিস্থিতি!"

কথা কৈ কৈ বিলিয়ে নিকটতম পাব্‌টোৰ পিনে খোপলি মেলিলে আৰু পাব্‌টোৰ দুৱাৰত হাত দি তাৰ মানৱতাবোধ উতলি আহিল। "কি আৰু কৰিবা, উপায়ো নাই, বেচেৰা এমেচাৰ টুইচ্ বৰ্মিয়', সঁচাসঁচিকৈয়ে সেই অসম্ভৱজনীৰ প্ৰেমত পৰি হাবুডুবু খাইছে, সিহঁতক অলপ সুবিধা নিদিও নোৱাৰি ......... যিহওক, ড'ৰমেটৰ পইচাখিনিৰ সদ্ব্যৱহাৰ কৰি পেলোৱা দৰকাৰ, আহা, এই এখন বুজন ধৰণৰ পাব্, ইয়াতেই.........."

ঘটনাটো শুনি কভাল্‌স্কি সন্তুষ্ট হ'ল, তেও বৈ বৈ বীয়াৰখিনি শেষ কৰিলে আৰু নুমাই যোৱা পাইপটো ভৰ্তি কৰি কৰি লাহে লাহে ক'লে, "ডেয়াৰ্ ইউ আৰ্। বিলিয়ে তাৰ বৰ্মিয়' বন্ধুৰ কাৰণে লাগিলে তাৰ নিজৰ ঘৰটোও এৰি দিব, কিন্তু তাৰ আগেয়ে তাৰ সংগ্ৰহৰ দেৰাজটোত চাবি মাৰি থৈহে যাব। মই নিজেই এজন সংগ্ৰাহক—অব্ এ চৰ্ট—সংগ্ৰাহকৰ মনোবৃত্তি মই জানো, বিজিক মই জানো......আঃ, কিন্তু মোৰ ভাগ্যও এনেকুৱা, যাই কেইত, বাহোঁতে বাহোঁতে মোৰ হাত পৰিল থাক কম লেখা ৰথাজিত, চীনা মানুহ

বিচাৰেঁাতে বিচাৰেঁাতে পালোঁ এক বিলি নাম্, যাৰ জন্মস্থান ইংলণ্ড, শিক্ষা ইংলণ্ডত, যিয়ে ইংৰাজক গাঞ্জি পাৰি পৰম পৰিতৃপ্তিৰে ক্রিকেটক্ আৰু বল্ট্ৰীফ খায়, আৰু যাৰ চীনা ভাষাৰ জ্ঞানৰ লগত মোৰ চীনা ভাষাৰ জ্ঞানৰ পাৰ্থক্য—নাঃ, বিষয়বস্তু পৰিবৰ্তন কৰা যাওক, কি কয় ?"

৫

এদিন টেলিফোন বাজিলে আৰু বিলিয়ে ক'লে যে সি পাৰ্টি কৰিছে, আৰু এই অচিলাতে তাৰ বন্ধু-বান্ধৱীবোৰে তাৰ কামত নাচ-গান-হাল্লা পাতিব খুজিছে । গতিকে কাষলতিৰ তলত এটা ব্ৰাণ্ডিৰ বটল লৈ ৰেইজ্‌ৱাটাৰৰ বাছলৈ দৌৰিলোঁ । সিঁড়িৰ ফ্লেটত মানুহ আৰু চিগাৰেটৰ ধোৱঁা ভৰ্তি, বেডিঅ'গ্ৰামটোত বজাবলৈ ছু আৰু আন এজনে শেহতীয়া "পপ" বাজনাৰ নাচৰ ৰেকৰ্ড লৈ আহিছে, দুটামান বঙীণ চীনা লণ্ঠন ওলমিছে, বিটা আৰু আন এজনী ছোৱালীয়ে চেণ্ডউইচ কাটিছে । কোঠাটিৰ মাজৰ টেবুলত তাৰ আপুকণীয়া মুদ্ৰা-সংগ্ৰহ, তাৰ কাষত সগৰ্বে থিয় হৈ এযোৰ ক'লা বঙৰ "ভদ্ৰ" চুট পিন্ধি বিলিয়ে ডজনত উনৈশটাকৈ কথা ক'ব ধৰিছে, বিটাই মাজে মাজে ক্ষিপ্ৰভাৱে হাত দি চুলিখিনি ঠিক কৰিছে আৰু সতৃষ্ণনয়নে টেবুলখনলৈ চাইছে । বিলিয়ে মোক একাষলৈ মাতি নি ক'লে যে ক্লে'ড আৰু বিটা বাগ্‌দত্ত হৈছে, খবৰটো আজি এই সুযোগতে সি পাৰ্টিৰ শেষত এটা "বিস্ময়" হিচাবে ঘোষণা কৰিব । মিঃ কত্তালুস্কি পাৰ্টিলৈ অহা নাই, সকলো ডেকা ডেকা ল'ৰা আৰু ছোৱালী (তাৰ কোনজনীৰ লগত বিলিৰ কিমান ঘিষ্ঠীৰ ঘনিষ্ঠতা সেই বিষয়ে কিছু অনিশ্চয়তা আছে), অচিনাকিবোৰক বিলিয়ে এজন এজনকৈ চিনাকি কৰি দিলে ঃ বব্ পেইজ আৰু বাৰবাৰা মেজৰান্ ( বাগ্‌দত্ত হাজ-হাজী ), ৰে'জি ( কিবা অফিচত কাম কৰে ), ফ্ৰেণ্ড পাৰ্ডে হাসেন্-যাইমাৰ্ ( জাৰ্মানীৰ পৰা 'ইংৰাজী শিকিব' আহিছে ), আব্দেল খালেক ( ইজিপ্তীয় ছাত্ৰ ), ইংচে অনন্তাভ্ ( এটা নৰৱেজিয়ান ৪২০ ) আৰু

—এইবাৰ বিলিয়ে এটা "মিণ্টাৰ" যোগ দিলে—মিণ্টাৰ মট্ । মিঃ মটৰ বয়স পঞ্চাশৰ ওপৰ, শকত মানুহ। তেওঁ কৰমৰ্দন কৰিলে আৰু ক'লে যে এই ডেকা মানুহৰ পাৰ্টিত তেওঁৰ উপস্থিতি বেখাপ্পা যেন হ'লেও তাৰ এটা ব্যাখ্যাও আছে ঃ তেওঁ আৰু বিলি একে গোত্ৰৰ মানুহ, সংগ্ৰাহক। এৰা, বিলিও খাটি সংগ্ৰাহক, মই ভাবিলোঁ, সি মানুহো সংগ্ৰহ কৰে বেচ। মিঃ মটে কি সংগ্ৰহ কৰে? মিঃ মটে ৰহস্যময়ভাৱে হাঁহিলে আৰু ক'লে, "এদিন বিলিৰ লগত আহিব, ভেটিয়া গম পাব। ছেলচিত মোৰ এটা পাব্ আছে।"

৬

লণ্ডনৰ কুঁৱলী ঠেলি বিলিয়ে মোক এদিন সন্ধিয়া ছেলচিলৈ লৈ গ'ল, সেই এলেকাত হেনো প্ৰতি বৰ্গগজত এৰোজন লিখক আৰু শিল্পী। মিঃ মটৰ পাব্‌টো অৱশেষত পোৱা গ'ল, তাৰ নাম "দি এণ্ড অফ দি ৱৰ্ল্ড", আৰু ভিতৰ সোমাই ধাৰণা হ'ল সঁচাকৈয়ে প্ৰলয় আৰু ভূমিকম্পত পৃথিৱী উবি যাব ধৰিছে—লাইটবোৰ ধোঁৱাৰে নীল, ছাপডাড়িৱালা আৰু কিলাকুচিত-চামৰা-লগোৱা-কোট পিন্ধা লিখক আৰু চিত্ৰকৰ আৰু সঙ্গীতজ্ঞ, সিহঁতৰ মুখত পাইপ আৰু জেপত 'নিউ ষ্টেটচমেন এণ্ড নেচন", আৰু চকু ৰঙা আৰু উদভ্ৰান্ত, পিন্‌আপ্-গাৰ্ল আৰু অভিনেত্ৰীৰ পৰা জাঁপল্ চাৰ্টৰ পৰ্য্যন্ত চব্ ধৰণৰ উত্তেজিত কটাকটি আলোচনা আৰু হৈ-চৈ-হট্টগোল, কোনোবাই এটা মেণ্ডলিন বজাইছে, এটা দলে কলৰৱ কৰি কৰি ডাৰ্টচ খেলিছে, দুখন টেবুলৰ ফাকে ফাকে "জিটাৰ-বাগ্" নাচৰ দৰে এটা নাচৰ মহড়া চলিছে, টেবুলে টেবুলে বেফ্ৰিকিৰ বীয়াৰৰ পাচত বীয়াৰ, আৰু ধোঁৱাৰ পৰ্দাই আৱৰি পেলাইছে। কাউণ্টাৰৰ পিচফালে দণ্ডায়মান মিঃ মট্ আৰু ৰঙা এপ্ৰ'ন পিন্ধা মিচেচ্ মট্।

ধুৰ্ন্তীৰ মাজেৰে মিঃ মটে অমায়িকভাৱে হাঁহিলে আৰু ক'লে, "শুভ সন্ধ্যা, শুভ সন্ধ্যা। মিঃ অমুক, মোৰ স্ত্ৰী। বহি থকা নাপাৰ—এক মিনিট—", আৰু কি হ'ল বুজাৰ আগেয়েই মিচেচ্ মটে তেওঁৰ

এপ্ৰ'নৰ ভিতৰৰ পৰা এখন কেঁচি বাহিৰ কৰিলে আৰু মোৰ টাইভালৰ আগটো কিচ্‌কৈ কাটি পেলালে। এইটো আকৌ কি ধৰণৰ ৰসিকতা? মিঃ মটে মুখত নিৰীহ ভাব এটা ফুটাই তুলিলে আৰু বুজাই দিলে—তেওঁলোকে নতুন খৰিদ্দাৰসকলৰ টাইৰ টুকুৰা সংগ্ৰহ কৰে। আজি ত্ৰিশ বছৰ ধৰি কৰি আহিছে। এইটো এটা ঐতিহ্য। বেয়া নাপাব (কোনেও নাপায়)। কাউণ্টাৰৰ পিচপিনৰ ব'ৰ্ড এখনত মোৰ টাই-ভালৰ টুকুৰাটো পিন মাৰি লগাই দিলে, দেখিলোঁ ব'ৰ্ডখনত হাজাৰ হাজাৰ মোৰ দৰে দুৰ্ভগীয়াৰ টাইৰ বহু বিচিত্ৰ টুকুৰা। "ছিয়াৰ্‌ আপ্‌, ছিয়াৰ্‌ আপ," মিঃ মটে ক'লে, "এটা বীয়াৰ খাওক, দোকানৰ তৰফৰ পৰা—অন দি হাউচ", আৰু মই যুৰ্বকৰ দৰে হাঁহিব ধৰিলোঁ। বিলিয়ে মোক এচুকৰ টেবুল এখনলৈ লৈ গ'ল, য'ত কেইজনমান "চিৰিয়াচ" প্ৰকৃতিৰ মানুহে—তাৰ এজন তপা আৰু এজন স্পষ্টতঃ অ-ইংৰাজ (আণ্টন্‌ কভালস্কি।) চাৰিওপিনৰ হুলস্থুলৰ পৰা বিচ্ছিন্ন হৈ বীয়াৰ খাইছে, আৰু নিজৰ ভিতৰতে শান্তভাৱে কিবাকিবি আলোচনা কৰিছে, ধৰিব পাৰি তেওঁলোকৰ ভঙ্গীমাত এটা চেপা উত্তেজনা। বিলিয়ে মোক চিনাকি কৰি দিলে। বহু ৰকম জীৱিকাৰ মানুহ (অফিচ কৰ্মী, শিক্ষক, ব্যৱসায়ী, সাংবাদিক) আৰু প্ৰতিজনে কিবা নহয় কিবা এটা সংগ্ৰহ কৰে—ৰুমাল, বাচ-টিকেট আৰু ডাক-টিকেট, পুতলা, টাইমটেবুল, থিয়েটাৰৰ কাৰ্য্যসূচী, চীনামাটিৰ পাত্ৰ, শামুক, নস্যৰ কৌটা, মুখা, হাত-কেৰেঙা......। তেওঁলোকৰ ভিতৰত বস্তুৰ অদলবদল চলিছে: 'ক'ই আফ্ৰিকাৰ টিকেট মৰা এখন চিঠি পাইছে, কিন্তু তেওঁ শামুকহে গোটায়, আৰু 'খ'ৰ পেহীয়েকে সাগৰৰ পাৰলৈ গৈ কিছুমান শামুক আনিছে কিন্তু তেওঁ ডাক টিকেটহে সংগ্ৰাহক, গতিকে 'ক'ই 'খ'ক আফ্ৰিকাৰ টিকেটটো দি 'খ'ৰ পৰা শামুক কেইটা লৈছে। এনেকুৱা। মই ভাৰতবৰ্ষৰ পৰা আহিছোঁ? গোটেই দলটো মোৰ ওপৰত মৰাশৰ ওপৰত শগুণ পৰাৰ দৰে উবুৰি খাই পৰিল: "আঃ, আপোনাৰ হাতত

ভাৰতীয় হাতে কৰা কোনো পুতলা-টুতলা নাইনে, বাই এনি চান্স? অনাৰ নোৱাৰিনে? নিশ্চয় আপোনালৈ নতুন নতুন ভাৰতীয় ডাক-টিকেট লগোৱা চিঠি আহে? কি ঠিক, কি জানিবা আপোনাৰ বন্ধুবোৰৰ ভিতৰত ক'ৰবাত এখন কলিকতাৰ বা বম্বেৰ বাচ টিকেট আছেই? আপোনাৰ ঠিকনাটো দিয়ক — এটা বীয়াৰ খাওক — আপোনাৰ ফোন নম্বৰটো কি বাৰু — আৰু এটা বীয়াৰ?"

কোনোমতে এই সৰ্বগ্ৰাসী দলটোৰ পৰা আঁতৰি কাউণ্টাৰত অৱশ হৈ বহিলোঁ, এটা সহানুভূতিৰ হাঁহি মাৰি মিচেচ্ মটে গাংমাচাৰে গিলাচ মচিব ধৰিলে। ধাৰণা হ'ল বিলিয়ো এওঁলোকক মোৰ্ট ক্লুটা পটচাটোৰ কথা কোৱা নাই, কোনেও দেখোন নুলিয়ালে। অ', নিশ্চয় সাৱধানতাৰ খাতিৰত। মিঃ কডাৰ্স্কিও উঠি আহিল আৰু কাষত বহিল, মোৰ পিনে চাই বুজনৰ দৰে লাহেকৈ হাঁহিলে।

"আমনি পালে?"

"আমনি ঠিক নহয়," মই ক'লো, "বৰং হতভম্ব হৈ হ'লো। উঃ, কি কি যে লোগোটায় মানুহে!"

'সচাঁই, হেইণ্ট্ ইট্," মিঃ মটে ক'লে, "যি কোনো বস্তুৰ নাম কৰক, সচল-অচল-নতুন-পুৰণি- পোক পতঙ্গ-[illegible]ী-ঘোঁৰা এনিথিং আন্দাৰ দি চান, সংগ্ৰাহক ওলাব।" "পৃথিৱীখনেই বোধকৰো সীমা", মই ক'লো। মিচেচ্ মটে ক'লে, "অ', নহয় জানো? হয়তো গোটেই পৃথিৱীখনকে নিজৰ মোনাত ভৰাব খোজে, এনেকুৱা মানুহো ওলাব। এই লেবাৰ গৱৰ্ণমেণ্টলৈকে চাওক, কেনেকৈ এটাৰ পাচত এটাকৈ সকলো বস্তু নিজৰ মোনাত ভৰাইছে—প্ৰথমে কল-কাৰখানা, তাৰ পাচত ৰেলগাড়ী, তাৰ পাচত কয়লা, তাৰ পাচত চিকিৎসা—।" মিঃ মটে কৈ উঠিল, "আঃ মেগী! জাতীয়কৰণৰ নীতিক আকৌ ইয়াৰ মাজলৈ টানিছা কিয়?" (মিঃ মট্ লেবাৰ পাৰ্টিৰ সমৰ্থক) "অ' বেজ", মিচেচ্ মটে কলে, "গোটেই পৃথিৱী আত্মসাৎ কৰিব খোজা মানুহ খুব কম, ঈশ্বৰক ধন্যবাদ।" "যি কৈছা," মিঃ মটে

ক'লে। "আৰু আপুনি, মিঃ মট" মই ক'লো, "আপোনাৰ দোকানত সংগ্ৰাহকৰ আড্ডা, আপুনি সংগ্ৰাহকৰ সংগ্ৰাহক! হেট্‌চ্ অফ্!" "সংগ্ৰাহকৰ সংগ্ৰাহক", উৎফুল্ল হৈ মিঃ মটে ক'লে, "এ গুড বান সেট্। ধন্যবাদ, ধন্যবাদ। হেভ্ এনাদাৰ?" "ধন্যবাদ।"

বিলি আহি কাষতে বহিল।

"আপোনাৰ চুইচ বন্ধুক ক'ত থৈ আহিল?" মিচেচ্ মটে সুধিলে।

"সি বিটাৰ লগত সিহঁতৰ বিয়াৰ পৰিকল্পনা কৰাত ব্যস্ত। অহা মাহত সিহঁতৰ বিয়া।"

"অ', বৰ ভাল কথা!" মিচেচ্ মটে ক'লে, "হাউ নাইচ!"

"মোৰ কাৰণে তিমান নাইচ নহয়," বিলিয়ে ক'লে, "মোৰ কালেক্‌শ্যনটো গ'ল।"

"কি!"

মোৰ হাতৰপৰা গিলাচটো প্ৰায় পৰি গ'ল, আৰু কস্তাল্‌স্কিৰ পাইপডাল নুমাই থাকিল। মিঃ আৰু মিচেচ মটে হতবাক হৈ তাৰ মুখলৈ চালে।

"বন্ধুত্বৰ দায়। সংগ্ৰহটো বিটাক বিয়াৰ উপহাৰ দিব লাগিব, নহ'লে আৰু তাইৰ কাতৰ চাৱনিৰ আতিশয্যত নোৱাৰা হৈছোঁ।" খুব গিয়াহ লগাৰ দৰে—যেন তাৰ গলটো শুকাই গৈছে—বিলিয়ে দীঘল কৈই চুমুকমান বীয়াৰ খালে। "তাই মুখেৰে কোৱা নাই যে সেইটো তাইক লাগে, অৱশ্যেই, কিন্তু চাৱনিৰে, ইঙ্গিতেৰে বুজাই দিবলৈ তাই পাহৰা নাই। ছোৱালী মানুহক কি নিৰাশ কৰিব পাৰি—কি কৰিম, হয়তো এয়ে জীৱন!"

বিলিয়ে এটা দীৰ্ঘ নিশ্বাস পেলালে।

"তুমি মন স্থিৰ কৰি পেলালা?" কস্তাল্‌স্কিয়ে সুধিলে অৱশেষত।

"অঁ", বিলিয়ে সংক্ষেপে ক'লে।

"এ' গেলেণ্ট বয়," মিচেচ্ মটে ক'লে।

"ব্ৰাভ' " মিঃ মটে ক'লে ।

"সংগ্ৰহৰ ইতিহাসত এই গেলেণ্ট্ৰি, এই ত্যাগ, সোণৰ আখৰেৰে লিখা থাকিব । বিলি, তোমাৰ মই তাৰিফ কৰোঁ । এটা উৎসৱৰ-চেলিব্ৰেশ্যনৰ—দৰ্কাৰ । মিঃ মট্, আৰু এক ৰাউণ্ড বীয়াৰ প্লীজ— নে, অইন কিবা ?"

"নাই, বীয়াৰেই হ'ব, ধন্যবাদ ।"

গম্ভীৰমুখে বিলিৰ নামত গিলাচৰ লগত স্পৰ্শ কৰা হ'ল, আৰু বিলিয়ে নীৰৱে বীয়াৰত চুমুক দিব ধৰিলে— হঠাৎ যেন তাৰ ধ্যানভঙ্গ হ'ল, সুধিলে, "বাৰু, অহা মাহত যে ভ'ৰমেণ্ট আৰু ৰিটাৰ বিয়া হ'ব, কথাটো ভালেই হ'ল, অ, কিন্তু মোৰ সংগ্ৰহটো এনেকৈ দি দিয়াটো তুমি বিচাৰা নে নিবিচাৰা ?" এইটো আকৌ কি প্ৰশ্ন ? সি ক'লে, "এইটো অতি গুৰুত্বপূৰ্ণ । বিচাৰা নে নিবিচাৰা ?" "অৱশ্যেই, মোৰ ইপিনেই বা কি, সিপিনেই বা কি, মোৰ পিনৰ পৰা বিচাৰিবৰ বা নিবিচাৰিবৰ কি কাৰণ থাকিব পাৰে ?" "তেনেহ'লে আৰু কোনো চিন্তা নাই", সি ক'লে, "মাথো এটা সৰু আক্ষেপ থাকি যাব— ।" "আক্ষেপ ? কি আক্ষেপ ?" "ৰিটাক সংগ্ৰহটো উপহাৰ দিম বুলি ভাবিছিলোঁ একেবাৰে সৰ্বাংগসুন্দৰ কৰি ; সেইটো আৰু নহ'লগৈ— ! সংগ্ৰহটো দি দিম, খেদ নাই— কিন্তু এটা অসম্পূৰ্ণ সংগ্ৰহ ! সংগ্ৰহটোৱে প্ৰতিদিন ৰিটাহঁতক সোঁৱৰাই দিব সংগ্ৰাহক হিচাবে মোৰ পৰাজয়ৰ কথা", সি ক'লে, আৰু পুনৰ এটা প্ৰকাণ্ড দীৰ্ঘনিশ্বাস পেলাই মোৰ পিনে কৰুণ ভাৱে চালে ।

ফুটা পইচাটো খুলি তাৰ হাতত দিলোঁ, সি আধেবেধে বেলত ভৰালে । "নাভাবিবা", মই রুদ্ধশ্বাসে ক'লো, "ৰিটাৰ বিয়া বা তোমাৰ সুনামৰ দুশ্চিন্তাতেই এইটো দি দিলোঁ । নাথিং অফ্ দি চৰ্ট্ । আচল কথা, মোৰ ধৈৰ্য্যচ্যুতি ঘটিছে, মই ফেড্ আপ্ ।" বিলিৰ মুখত তাৰ প্ৰসিদ্ধ আকৰ্ণ প্ৰসাৰী দুষ্টামিৰ হাঁহিটো বিৰিঙি

উঠিল, আৰু ক'লে, "দেটচ লাইক্ এ' নাইচ বয় ! ৰিচাই কি স্ফুতিয়েই নাপাব— এনেকুৱা এটা আশ্চৰ্য্য ফুটাৰাজা মুদ্ৰা । ....... অৱশ্যে, এইটোও ঠিক যে মোৰ কালেক্শ্যনটোৰ লগত মোৰ কি সম্বন্ধ ৰিচাই খুব ভালদৰেই জানে, মৰি গলেও তাই এই উপহাৰ মোৰপৰা গ্ৰহণ নকৰে ... ... আঃ বহুত ৰাতি হ'ল, ক্ষমা কৰিব, মোৰ এটা জৰুৰী এপইণ্টমেণ্ট আছে, পাহৰিয়েই গৈছিলোঁ, গুড্নাইট্ গুড্নাইট্ ......... "

কাকো মুখখন মেলিবলৈকে সুযোগ নিদি ওভাৰকোটটো পিন্ধি পিন্ধি হুৰমুৰকৈ বিলি দুৱাৰ ঠেলি ওলাই গ'ল । কভাল্স্কিয়ে সহানুভূতি মিশ্ৰিত কৌতুকৰ হাঁহি এটা মাৰি মোৰ মুখলৈ চালে ।

"এটা টিপিকেল মি-ফাই-কৌশল," তেওঁ মন্তব্য কৰিলে ।

"কি কৈছে ?" মই বিমূঢ়ৰ দৰে সুধিলোঁ ।

"আপুনি হয়তো নাজানে—বিলিয়েও বোধকৰোঁ নাজানে —বিলিৰ এই কৌশলটোও সেই চীনা সংগ্ৰহ বিশেষজ্ঞ মি-ফাইয়ে উদ্ভাৱন কৰা, যাৰ কথা আপোনাক কৈছিলোঁ । হৈছিল কি, এদিন মাজুনদীত নাও এখনেৰে যাওঁতে বন্ধু এজনে মি-ফাইক এখন হস্তলিপি দেখুৱালে, চাৰি শতিকাৰ বিখ্যাত লিখক ৱাং-শ্বি-চি'ৰ নিজৰ হাতৰ । সেইখন দেখি মি-ফাইৰ খুব লোভ লাগিল । খুজিলে । অনুৰোধ কৰিলে । অনুনয় কৰিলে । কিন্তু বন্ধুজনে দিবলৈ মান্তি নহ'ল । তেতিয়া মি-ফাইয়ে ক'লে যে সেই হস্তলিপিখন নাপালে তেওঁ তেতিয়াই নদীত জাপ দি মৰিব, আৰু এনেকৈ নদীত জাপ দিয়াৰ উপক্ৰম কৰিব ধৰিলে যে বাধ্য হৈ বন্ধুজনে .... আপোনাৰ খং উঠিছে ?"

মিঃ মটে বীয়াৰ-মগ্‌ৰ লিভাৰডালত হাত দি আগ্ৰহে শুনিছে, মিচেচ্ মটে কাউণ্টাৰৰ ওপৰত কিলাকুটিৰ ভৰ দি মোৰ মুখৰ পিনে চাই আছে । মই বিব্ৰত হৈ কণ্টেৰে এটা হাঁহি মাৰিলোঁ আৰু ক'লোঁ, "নাই, খং কৰা নাই । সচাঁ কথা কবলৈ গ'লে, বিলিক ভাবিবহে কৰিছোঁ !"

"এঝা বিজিৰ ওপৰতো আৰু কোনোবাই খং কৰিব পাৰে নে!" মিচেচ্ মটে ক'লে ।

"ঘ্ৰি কৈছে", মিচেচ্ মটেৰ পিনে প্ৰশংস দৃষ্টিৰে চাই মিঃ কভাল্স্কিয়ে ক'লে, যেন এটা গভীৰ সত্য মিচেচ্ মটে উচ্চাৰণ কৰিলে, আৰু পুনৰ তেওঁৰ পাইপটো জ্বলাব ধৰিলে ।

"বিলিক অন্তৰেৰে বেয়া পোৱা সম্ভৱনে? চাওক, ক্ৰে'ডে বিলিক কিমান হায়ৰাণ কৰে, কিন্তু তাৰ সকলো অনিয়ম, অত্যাচাৰ, আব্দাৰ বিলিয়ে নসহো নসহো বুলি সহি যায় । কিয়? কাৰণ ক্ৰে'ড্ প্ৰেমত পৰিছে । বিলিহঁতৰ দৰে সংগ্ৰাহকৰ আন এটা নাম হ'ল, 'এমেচাৰ', 'আমাটিয়ৰ'— যিটো শব্দৰ অৰ্থ হ'ল 'প্ৰেমিক'। সিহঁত সিহঁতৰ সংগ্ৰহৰ প্ৰেমত পৰিছে । আৰু প্ৰেমত পৰা মানুহক কোনে ভাল নাপায়? আঃ মাই ক্ৰেইণ্ড, তাৰ ওপৰত আপুনি বিৰক্ত হ'ব পাৰে, তাৰ কাণ্ড দেখি খং উঠিব পাৰে, হাঁহি উঠিব পাৰে, কিন্তু বেয়া পাব কি পাৰে? —অ' মিচেচ্ মট্, আৰু এক ৰাউণ্ড, ইফ ইউ প্লীজ ।"

## দুমুখীয়া শুভংকৰী

শ্ৰীউদয়াদিত্য ভৰালী

শেষত যেনিবা মনে আৰু নসহিলে। নাই নাই, কিবা এটা চয়-নিচয় কৰি পেলাব লাগিব। নহ'লে দিহিঙে দিপাঙে চেকুৰি ফুৰা এনে মন এটা লৈ কি কাম কৰিবা! ৰাতিপুৱাৰে পৰা মুঢ়া-টোকে ফলা 'নহ'ল'! —কথাবোৰ ভাবি ভাবি হাতৰ কুঠাৰখন মাটিতে থপচকৈ পেলাই দি মনেশ্বৰ লেপেটি কাঢ়ি বহি পৰিল।

ক মানৰ ল'ৰা এটাই প্ৰথম আখৰটো লিখিবলৈ শিকোঁতে মাটি পেঞ্চিলডাল যেনেকৈ আলফুলকৈ ধৰে, ঠিক তেনেকৈয়ে ওচৰতে পৰি থকা চলি এটুকুৰা সিও আলফুলকৈ তুলি ল'লে। হওঁতে তাৰ কাৰণে কামটো ক মানৰ আখৰ নিচিনা ল'ৰাই আখৰ শিকাৰ নিচিনাই। ল'ৰাটোৰ দৰেই সিও যোগ-বিয়োগৰ নেওঁতা নেজানে। ল'ৰাটোৱে যেনিবা যত্নেৰে প্ৰথম আঁকডাল মৰাৰ আগেয়ে থু অলপ সানি ফলিখন মচি লয়, আৰু সি যত্নেৰে সমুখৰ মাটিখিনিকে ফলি-খনৰ লেখিয়াকৈ বাঁওহাতৰ তলুৱাৰে মচি লৈছে। ল'ৰাটোৱে যেনেকৈ একাণপটীয়া হৈ আখৰটো লিখি উলিয়াব খোজে, মনেশ্বৰেও ঠিক তেনেকৈয়ে অংকটো কৰি পেলাবলৈ মন পাতি পেলালে। ল'ৰাটোৰ দৰেই তাৰো মনত নতুন কিবা এটা কৰাৰ উলাহ লাগিল।

মই আহিছিলো বহাগত। আহিছিলো মানে নাহি উপায়ো নাছিল। ৰাধিকাকে ধৰি চাৰিটা মানুহৰ পৰিয়াল। ডাঙৰটো ল'ৰাৰ বয়স এইবাৰ মাঘত ছয়েই হ'বহি। সৰুটোৱে দেও দিছেহে। হওঁতে কেতিয়াবাই দিব লাগিছিল। পিচে ৰাধিকাৰ পিয়াহ দিয়াত বিজুতি লাগিল। গৰুৰ গাখীৰ অলপ যোগাৰ কৰিবলৈকো সমলে নাপায়গৈ। নহ'লে ইমানদিনে চেকুৰি ফুৰিলেহেঁতেন। ৰঙাধৰ-

হঁতৰটোৰ দৰে তেনেই পয়া যে নেলাগিল সিয়েই ভাগ্য। পিতায়ে এৰি যোৱাৰ ভিতৰত পজাটো আৰু বন্ধকত থকা টৌ-লোটা কেইটাহে এৰি থৈ গৈছে। বাপেকৰ যি দুই-এডৰা খেতি মাটি আছিল সিও মই পানী কেচুৱাতেই বোলে ঘন মহলদাৰৰ বন্ধকত সোমাল। আমাৰ মানত বন্ধক মানেই চেপাৰ মাছ। সোমাব জানে ওলাব নেজানে। এতেকে মানুহ চাৰিটা বৰ্তি থাকিবলৈ হ'লে ভদ্ৰেশ্বৰ দেউতাহঁতৰ হালোৱা সোমোৱাত বাদে উপায়ো নাছিল। সেয়েহে বহাগতে সোমালোঁহি। ঠিক হ'ল—খেতিটো উঠাই দিলে বিশ মোন গুটি ধান আৰু থকা দিনকেইটাত দুবেলা দুসাজ ভাত। অবশ্যে পথাৰৰ জলপানখিনি পোৱাটোৱেই নিয়ম। ভাত বোলোতে আহুচাউলৰ ইটাগুৰীয়া ভাত, লাই-লফা-চুকা-খুটুৰা পি-হবাৰ এখন বাৰ্দ্ধ দিব লগা জোল, এখুদমান লোণ, বাৰীচুকৰ গছ কেইজোপাৰ পৰা চিডি অনা গোটা-চেৰেক টিকাগুভতা জলকীয়া আৰু বৰ বেছি সপ্তাহে পষেকে দুই এটা পোৰা ছাগলীশিঙীয়া বেঙেনা। কেঁচাতেল দিয়াৰ নিয়ম নাই। দেউতাহঁতৰ ঘৰৰ জাকে আহু নেখায়। বাজত কাম কৰা কেইটালৈহে বাক্কে। অবশ্যে ভোকৰ ভাত মানে ভাতেই। সি লাগে শিলকপৰাই হওক। কেনি যায় ততকে ধৰিব নোৱাৰোঁ।

পাওনা ধানৰ দুমোন যোৱা জেঠত নিলোঁ। অ' হয়তো, যোৱা জেঠতেই নিছিলোঁ। দেউতাহঁতৰ বগী গৰুজনী জগাৰ দুদিন পিচতেই। —কথাখিনি ভবাৰ লগে লগে মনেশ্বৰৰ ঠিক ঘটনাটোলৈ মনত পৰিল।

গৰুজনী জগো জগো হৈয়ে আছিল। সেয়েহে সেই কেইদিন তাইক এৰাল দি থৈছে। সেইদিনা এৰালভাল অলপ ইফাল সিফাল কৰো বুলি সি বাৰীৰ চাপটোত উঠোঁতেই পদূলিৰে সোমাই অহা বাধিকাক দেখা পালে। লগে লগে সি জেওৰাখন ভেই বাধিকাৰ ওচৰ পালেহি। সিহঁতৰ তালৈ তাৰ পৰা প্ৰায় আঠখন তামোল খোৱাৰ বাট চেৰাই যাব লাগে। কামৰ হেঁচাত আজি বহুতদিন সি ঘৰৰ পিনে পাকেই মাৰিব পৰা নাই। বাধিকাক দেখাৰ লগে

লগে তাৰ গাটো চিৰিংকৈ গ'ল । ঘৰত কিবা অপয়া লগা নাইতো ? পেন্দুকণা কেইটাক অকলে থৈ এই ভৰ দুপৰীয়াখন অতদূৰ বাট বাই তাই আহিল কেলৈ ? চিন্তাত তাৰ এক্ষন্তেক আগেয়ে হাল মেলি অহাৰ ভাগৰো পলাল ।

ঃ "কি হ'ল ? এই দুপৰীয়াখন ওলালিহি যে ?"

"নোলাই কৰিম কি ? ঘৰৰ কিবা খবৰ ৰাখিলেহে ? আজি দুদিন হ'ল ঘৰত খুদ এখুদু নাই । কালিন্দী এপাহঁতৰ ঘৰৰ পৰা ধান দুদোন ধাৰলৈ আনিছো । প্ৰথমে এপাই নিদিছিলেই । পেন্দুকণা কেইটাৰ পেটলৈ বুলি কাবৌ-কাকুতি কৰোঁতেহে দিছে । ভইতো ইয়াত কস্তি জুৰি খাইছ । মই সিহঁত কেইটাক গাৰ মঙহ ৰান্ধি খুৱালেহে হ'ব । ৰান্ধি খুৱাবলৈকো গাতো স্থি মঙহখন আছে । মৰিলে শগুণো পৰে নে নপৰে সন্দেহ ।"

থোকাথুকি মাতেৰে কোৱা ৰাধিকাৰ কথাৰ্ত মনেশ্বৰ থৰ লাগিল । লাজত সি মৰি যাওঁ যেন হ'ল । সিনো ৰাক এনে নিধক হ'ব লাগেনে ? গো-গোৱালীয়ে খাইছে নে নাই তাৰো হিচাব নাই । পিচে সি যাওঁ বুলিলেওনো যায় কেনেকৈ ? কামৰ যিহে হেচাঁ । এই পথাৰলৈহে যা, এই ৰাৰীলৈহে যা, গৰুজনী জগিল নে নাই চা — সি ক'ত মৰেগৈ ? তাতে যাবলৈ বাটো এডোখৰ । দোপ দি যাওঁ, দোপ দি আহোঁ বুলিও নোৱাৰি । নহ'লেনো তাৰ যোৱাৰ সত্ নাই নে । সি লাজ লাজ কৈ ৰাধিকালৈ চালে । মানুহজনী ৰঙা-চিঙা পৰিছে । খঙতেই, নে দুখতেই, নে বাটকুৰি বাই অহাৰ কাৰণেই সি ভৎ ধৰিবই নোৱাৰিলে । তাৰ কান্দি দিওঁ কান্দি দিওঁ যেন লাগিল ।

ঃ "খালে অ' খালে, এই ঃগোৱাকপালীয়ে গোটেই জনখন খালে ! অ'ই মনেশ্বৰ, ক'ত মৰিলিগৈ ? কাৰ লগত পিৰীতি মেলি মাৰি আছ, হঁ ? দেখা নাই গৰুজনী জগিল ? বগীয়ে গোটেই জনখন খালে । পদুলিমুখত কোন আপদীয়া অ' সেইজনী ?" —পিৰিহঁতনীৰ

চিক্ৰবত মনেশ্বৰে চক্ খালে। "তই ভিতৰলৈ যা" — বুলি ৰাধিকাক কৈ সি একেজাপে জেওৰাখন চেৰাই, "হেই, হেই" বুলি চিক্ৰৰ দুটামান মাৰি গৰুজনীৰ ওচৰ পালেগৈ।

অলপ আগতে উতলাই দিয়া ফেহু এচকলত কামোৰ মাৰি ভদেশ্বৰ দেউতাই মনেশ্বৰলৈ ঘোপাকৈ চাই ক'লে : "কি ক'লি ? ধান দুমোন লাগে ? ধানৰ কি জুই-ছাই দাম চলিছে জাননে ?"

"নাই দেউতা, দামেই হওক বা কামেই হওক, ধান দুমোন লাগেই। ঘৰত বোলে খুদ এখুদু নাই। পেন্দুকণা কেইটা শুকাই মৰিব। দামলৈ চাই পো-পোৱালীক শুকুৱাম নে ?"

"হেৰ' অনন্তৰ মাক, শুনিছা নে ? মনেশ্বৰহঁতক ধান দুমোন উলিয়াই দে অ'। হেকেনা পাধৰিৰ ভৰালটোতে নজপা মুঠি কেইটামান আছে। তাকে উলিয়াই দে। ৰাধিকা আহিছে। তায়েই ভৰিবে মাৰি নিয়ক। সেইবুলি ন ভৰালটো নুছুবি আক'।" — ভদেশ্বৰ দেউতাই গিৰিহঁতনীক চিঞৰি ক'লে।

"কি ক'লে ? ধান লাগে ? এই মৰাখনৰ সময় অসময় নাই নেকি ? আজি নতুন গৰুজনী জগিছে, মই লখিমী উলিয়াই দিব নোৱাৰো দেই। বেলেগ এদিনাখন আহিবলৈ কওক। সেইবুলি আকৌ কাইলৈ বৃহস্পতিবাৰে মই ভৰাল নোছোওঁ।"

"শুনিলি হাকিমনীৰ কথা। ৰাধিকাক ক পৰহিলৈ দি আহিবি গৈ বুলি। এইকেইদিন চমক কিবাকে আক। তাই ভৰাল নুখুলিলে মই ধান দিওঁ ক'ব পৰা হ ? তই আকৌ পৰহিলৈ গৈ জেং নহ'বি গৈ। হোলাৰ কামৰ মাটি কিডৰাত সোনকালে আজি দিবৰ হ'ল। নহ'লে মহলদাৰে সীমা হেঁচুকিব। যোৱাৱাৰ ঠেলিছেই যেন পাইছো। এইবাৰ আমাৰ আজি সিহঁতৰ ফালৰ মাটি তুলি দিবি।"

ৰাধিকাক সেইদিনা মনেশ্বৰে শুদা হাতেৰেই ঘূৰাই পঠাব লগা হ'ল। নতুনকৈ জগা দমৰা পোৱালীটো তাৰ একেমাৰে মাৰি পেলাম যেন লাগিছিল। হতভাগিনী হোৱা পোৱালী জগিবলৈ আক

সময় নেপালি—সি মনতে ভোৰ ভোৰালে। তাৰ এনে লাগিল যেন একেগোৰে ভৰালৰ দুৱাৰখন ভাঙি ধান উলিয়াই আনিবগৈ। ধান যেন কুকুৰহঁতক খাবলৈহে খুজিছো! চেলা, খটুৱাওঁতে হাত ভাঙি যোৱাকে খটুৱাবি, আৰু ঘৰত লঘোণে থাকিলেও পাওনা ধান খিনিকো নিদিয়! সৰত মোৰ পো-পোৱালী লঘোণে মৰে মৰক, আৰু তাইৰ দমৰা পোৱালীটোলৈহে বেথা লাগিল! এনেকুৱা কুৰচুতীয়া মানুহ থাকেনে? —কথাবোৰ পাওলি থাকোঁতে তাৰ হাকিমনীক দুপাত-মান কাণতলীয়া চৰ সোধাই দিওঁ যেন লাগিল।

সেইদিনা ভাতৰ পাতত বহোতে তাৰ পোপাকেইটালৈ বৰ মনত পৰিছিল। বেচেৰী ৰাধিকাজনীয়ে বা কেনেকৈ চলাইছে? এই দুদিন বাৰু চলিব কেনেকৈ? কালিন্দী এপাহঁতক অলপ সহায় খুজিলে দিব নে? কালিন্দীহঁততো সিহঁতৰ নিজৰ এপাক নহয়। জলেশ্বৰ মহৰীক নিচা বুলি মাতে কাৰণে কালিন্দীও পাতি লোৱা এপাকহে। পিচে নিজৰ হ'লেওনো কিডাল কলালেহেঁতেন? নিজৰবোৰক দেখিছো নহয়। নিচলা হ'লে নিজৰ দিব পৰা ভাকেও নেচায়। এপাহঁতৰ ঘৰত লাচনি-পাচনি খন কৰি দিয়ে বুলিহে এপাহঁতে খাবলৈ বুলি বস্ত এপদ দিছে। — কথাবোৰ মনলৈ অহাৰ লগে লগে মনেশ্বৰৰ কলিজাটো কোঁচ খাই অহাৰ দৰে লাগিল। সেই-দিনা সি মনেৰে কথাবোৰহে চোবালে, ভাতৰ পিচে গৰাহকে মাৰিব নোৱাৰিলে। সেইদিনা ৰাতি তাৰ জীৱনত প্ৰথমবাৰৰ বাবে চুৰ কৰিবলৈ বৰ মন গৈছিল। সৰুপামী চুৱাৰ চলেৰে সি তিনিবাৰ বাজলৈয়ো ওলাল। পিচে সাত পাঁচ গুণি মনত লেপাম বান্ধিলে।

সি দুদিন পিচত ধান দুযোন নি ঘৰত দি আহিলগৈ।

তাৰমানে, জেঠত নিলো দুযোন। অংকটো ভাবি সি আজ-কুলকৈ ধৰা চলি টুকুৰাৰে সমুখৰ চাক কৰি লোৱা মাটি টুকুৰাত মাজধানেৰে দুডাল আঁক টানিলে। ডুবাডুবীয়া মাটিত চলি টুকুৰাৰে টনা প্ৰথম আঁকডাল চিধা হ'বই নোখোজে। যেনি তেনি লাৰ

মাৰে। দ্বিতীয় আঁকভাল টানোতে মাজতে আঁকভালে হঠাৎ পেটুৰা হৈ চলি টুকুৰাৰ জোঙা আগটো ছিঙি পেলালে। "হেঃ" বুলি চলি টুকুৰা দলি মাৰি দি মনেশ্বৰে জোঙা মুখৰ আন এটুকুৰা চলি লৈ অংকটো কৰাত লাগিল।

শাওণত নিলো আৰু দুমোন।

উহ্., সেইবাৰ ধানুগুটি কৰোতে কম কষ্টখন খাব লগা হৈছিল নে? সাত লগাৰে পৰা বতৰে যি পেনপেনালে পেনপেলালেই। নেৰেহে নেৰে। চালৰ খোচত কতবোৰ পকা জলকীয়া গুজিলো, চব মিছা। একেবাৰে শাওণৰ সোঁমাজলৈকে চালিলে। তাৰ পিচৰ কেইদিনমান যি ৰ'দ এচেৰেক দিলে, চোতালৰ গেৰেকনিও নুগুকাল। অতদিনে তিতি-বুৰি একাকাৰ হোৱা বসুমতীত ৰ'দৰ চিটিকনি পৰাৰ লগে লগে ইমান দিনে তিতোৱা বাবে আই ধৰিত্ৰীয়ে যেন শাওহে মেলিলে। গোটেই খনতে লাগিল জহনি। আমাৰো ডাঙৰ-টোৰে চেৰেলিয়াই চেৰেলিয়াই আধা মৰা হ'ল। তাৰ হাগনি লগাৰ সময়তেই দেউতাহঁতৰ মাৰলঘৰৰ মজিয়াতে কুখোৱা সক মৰণা এটাৰ পৰা দুমোন গুটি নি ঘৰত দি আহিলোগৈ। লগতে দুগাঁঠি-মান আদা আৰু গোটাচেৰেক নেমু। অইন দৰৱ জাতিনো আৰু কি দিম? দিবলৈ পামেই বা ক'ত? হাস্পাতালৰ নামহে শুনিছো, গৈ পোৱাই নাই। হওঁতে ৰৰসন্তৰ গোসাঁইৰ পৰা মাজতে পানী দুবাটি জৰোৱাই নিলোহি।

কথাখিনি ভাবি ভাবি মনেশ্বৰে নতুন খৰিকাডালেৰে আগৰ চিন দুডালৰ কাষতে আৰু দুডাল চিন মাটিত দিলে।

পিচে শাওণৰ শাও শেষেই নহ'ল। ধানখিনি দি অহাৰ কেই-দিনমান পিচৰে পৰাই আকাশ বাৰুকৈয়ে ওন্দোলাই আছিল। চাক্-নৈয়াৰে ভমকাফুলীয়া হৈ বাঢ়ি আহিল সাগৰ নেতৰ ছিঙা দবিকা। জলদেৱতালৈ বুলি আগবঢ়োৱা খুৰিয়া তামোলৰ দ'ম মথাউৰিত লাগি গ'ল। পিচে সকলো চেল খালে। তেৰাই মানিলেহে।

দোমাহিলৈ চাৰি দিন আছিল। অলপ উজনিৰ পিনে মথাউৰিৰ এৰকলা থুই নি জলদেৱতা তৰ্জন-গৰ্জন কৰি গাবে-ভূঞে সোমাল। মানুহৰ বিলৈ কি চাবা। মাউথ ভঙা পকৰা ওপঙাদি ওপঙিছে। তৰ বাৰিষাৰ এই হেন দৰিকাক কল জাপি ৰন্ধা মথাউৰিবে বান্ধি ৰাখিব পাৰিব নে? মথাউৰি বান্ধোতে দুদিনমান সিও হাজিৰা কৰিছিল। ওপৰত জাপি দিয়া মাটিৰ তলত গোটেইখন ভীম কলৰ ঠাক্। কলো শুকাল, মথাউৰিও ছিগিল। অৱশ্যে বাইজ পুনি উটাদি উঠিলেও যোগেন ঠিকাদাৰৰনো কি হাগিব লাগিব? অহাবাৰলৈ আকৌ মথাউৰি সাজি আৰু এমথা ৰূপ ঘটিব। মৰোতেতো মৰো আমি জাকহে।

পিচে বানপানী বুলি জন্মাষ্টমী বৈ থাকিব নে? পানী শুকায় মানে জন্মাষ্টমী আহিলেই। ইফালে ৰাধিকাই আগেয়ে কৈ থৈছে, জন্মাষ্টমীত শৰাই এভাগ আগবঢ়াব লাগিবই। তাই বোলে সিকি এটা বান্ধি থৈছেই। পেন্দুকণা কেইটাক কল্পীয়া গোসাঁইৰ শাও খুৱাব নোৱাৰি। এতেকে ভাদত ধান এমোনৰ কাৰণে দেউতাক আকৌ কুটুৰিয়াৰ লগাত পৰিলো। প্ৰথমে জক্‌জকায়েই উঠিছিল:

"ক'ৰ পৰা তোক ধান দিও হঁ?" কিন্তু অলপ পৰ ভতক মাৰি ক'লে: "দেখা নাই কি মহঙা দিন পৰিছে? ঠিক আছে, নিব খুজিছ নে! পিচে ধানৰ বজাৰ দেখিছঃতো? পাৰ মণহ দিলেও নাপাব।"

ধান মোন দি থৈ আহিলোপে। ৰাধিকাই দুজন ভকত মাতি শৰাইখনো দিলে। মোৰ পিচে জক্‌টো উঠিছিলেই। হেৰৌ, মনিছে খাবলৈকে অৱস্থা নাই, তাই আকৌ দেৱতাক খুৱায়! কি দাল দিছে আমাক? যতচৰ কাঠচিতীয়া দেৱতা! হেৰৌ, পুজা খাব, সবাহ খাব খা, ভদ্ৰেশ্বৰ বা জলেশ্বৰ বা যোগেনহঁতৰ ঘৰত খা। সিহঁতৰ দিবলৈ বৈ বৈ্‌ গৈছে দিব। আমি দিওঁ ক'ৰ পৰা? যদি দিবই লাগে, কোচ ভৰাই দে আক'। —পিচে মুখ কুটাই ক'বলৈ

ভয়তে দমি গলো। কি দোষ দায়ে ধৰে বা! এনেয়ে নাকৰ জোল বৈ গৈছে। তাতে ৰাধিকাই শুনিলে সাত ভাওনা দেখুৱাব। সেই-বুলি দেউ ইহঁৰক নুপুজিম নে? মব পাতকী নহ'বি অ', মব-পাতকী নহ'বি। পেন্দুকণা কেইটাৰ কপাল কেইখন নেখাবি। সিহঁতবে যদি কিবা এটা হয় হওক। নিজৰ কপালত যিখন হৈছে দেখিছোৱেই নহয়—এই বুলি নিশ্চয় ৰাধিকাই এবকলা বকিবই। কোনে তাইৰ কথা শুনিব। একোবাৰ ভাবো, তেনেকৈ ক'লে কৈ দিম নেকি—হেৰৌ আমাৰ আয়েও পিতাক তেনেকৈয়ে কৈছিল, পিচে কণা বিধাতাই আমালৈ চাইছেনে? এইবোৰ হওঁতে ভবা কথাহে। কোনে নললগা জেওাত লাগিবলৈ যায়।

মনেধৰে দ হমুনিয়াহ এটা কাঢ়ি মাটিত আৰু এডাল চিন দিলে।

শেষৰ বাৰ নিলো কাতি বিহৰ তিনিদিনমান আগেয়ে। অ' তিনিদিন আগেয়েতো। কাতি বিহৰ দিনা দেউতাহঁতৰ পথাৰত চাকি দিবলৈ যাওঁতে মোক হলে বিন্ধিছিল। কম নগুৰ-নাগতিখন হ'ল নে? কেঁচা হালধি-চুণ সানিও বইখা নেপালো। শেষত যেনিবা চেওাতেল মৰাতহে শুকাল। হল সোমোৱাৰ তিনিদিন আগেয়ে ধান দুমোন নি ঘৰত দি আহিছিলো গৈ। বিহৰ ৰাতি হলে বিন্ধাত ঘৰলৈ যোৱাই নহ'ল। হওঁতে কওালীত শৰলৈ যোৱাৰ বিশেষ দৰকাৰো নাই। চাকি দিবলৈ নিজৰ খেতি থাকিলেহে।

ধানৰ নাম শুনি দেউতাই কৈছিল: "ধান নি চোন শেষেই কৰিলি। পুহতনো আৰু নিবলৈ বাকী কি থাকিব? চাবি অ', হিচাব ভালকে ৰাখিবি। পিচত কিবা তাং বাং পালে মই নুওনো দেই।" শুনিয়ে কৈ দিবৰ মন গৈছিল—ধান যেন তামাচা কৰিহে নিছো! হেৰ' ঘৰত পো-পোৱালীৰ পেট ভোকত টেঁটেৰা মাৰিলে, ধান নিনি জমাম নেকি? সিহঁতক ঘৰতে থাকি পুহিব পাৰিলে তোৰ ঘৰত হালোৱা হৈ সেৱাবি খাটিলোহেঁতেন নে? নিজৰ খেতিকে কৰি খালোহেঁতেন। কাতি বোলে কওালী। পিচে কওালী নে ভোদালী

—দুটা মেটমৰা ভৰাল লৈ তই কি বুজিবি। কণ্ডালী বিহু সংক্ৰান্তিবোৰ আমালৈহে আছে, বুইছ। তহঁতৰতো সদায়েই ভোগালী।
— কিন্তু এইবোৰ কথা ভাবিবহে পাৰি। কৈ মৰিলেহে হ'ব।

কথাখিনি পাণ্ডলি পাণ্ডলি মনেশ্বৰে মাটিত আৰু দুডাল আঁক দিলে।

বচ্ সিমানেই। কেইমোন বা নিয়া হ'ল ? এক, দুই, তিনি, ....। মাটিত আঁকা চিন কেইটাৰ পেটবোৰ কাটি কাটি সি অংকটো কৰিবলৈ ধৰিলে। সাত। গোটেই কেইডাল চিনৰ পেট কাটি সি গণি শেষ কৰিলে। তাৰ মানে সাত মোন নিলো—সি নিজকে সকিয়ালে। বিৰাট ডাঙৰ কাম এটা কৰাৰ দৰে তাৰ উলাহ লাগিল।

তাৰ পিচতেই লাগিল পয়মাল। সি পায় বিশ মোন, সি নিলে সাত মোন, থাকিল বা কেই মোন ? হওঁতে সি এশৰ ঘৰলৈ নেওঁতাখন জানে। পিচে যোগ-বিয়োগৰ খমতো নেজানে। লগে লগে তাৰ পিতাকৰ ওপৰত খং উঠি আছিল। জহনীত যোৱা বাপেকটোও যে আৰু! গোৰু খুতিয়াবলৈ নৌ পাওঁতেই মহৰী নিচাইঁতৰ ঘৰলৈ গৰু চৰাবলৈ পঠিয়ালেই নহয়। দুই শ্ৰেণী পঢ়া হ'লে তাৰ এই অংকটো গণোতে থৰকাছুটি হেৰায়নে ? পিচে পিতায়েনো কৰিব কি ? মাটি বুলিবলৈ নিজৰ যি আছিল ককাদেউতাই কানিৰ জালত মহলদাৰৰ তাত বন্ধক দি দিয়েই শেষ কৰিলে। জলেশ্বৰ মহৰী নিচাই পুৰণি বৰুবানিখনৰ চাপ এটা দিছিল বুলিহে নৰা আৰু তামোল-চকুৱাবে পঁজা এটা সাজি লৈছিল। গৰু চৰাবলৈ নপঠিয়ালেও জানো বইখা আছিল। নহ'লে যে বাপিপুৰাৰ পঁইতা ভাত কেইমুঠিও নোজোৰে। গৰু ৰখি আন যি কি নহওক কৰ্কৰা-পঁইতাই ভাত কেইটাকেই জুটিছিল। — বাপেকৰ ওপৰত ভাতুল খাই অহা মনেশ্বৰৰ মনটো সেও হৈ আছিল।

মনতে বুদ্ধি এটা পাতি সি নেওঁতাখন পাই পাই মাটিত চিন দিবলৈ ধৰিলে। ওঠৰ, উনৈশ, বিইচচ্। আচ্। চিন দিয়া হৈ

গ'ল। তাৰ পিচত সি চিন বিশ ডালৰ প্ৰথম সাতডালৰ পেটবোৰ কটাত লাগিল। সাত ডালৰ পেট কটা হোৱাৰ পিচত, তাঁতৰ ফুল বাছোতে বোৱনীয়ে কাঠিবোৰ যেনেকৈ আলফুলকৈ সূতাৰ খাপে খাপে সুমুৱায় ঠিক তেনেকৈ ইডালৰ পিচত সিডাল পেটকটা আঁক সি মচি যাবলৈ ধৰিলে। বচ্। সাতডাল হৈ গ'ল। এইবাৰ সি গণাত লাগিল। এঘাৰ, বাৰ, তেৰ— উহ্, শেষত যেনিবা অংকটো হ'লগৈ!

তাৰ মানে আৰু তেৰ মোন পাম! তাৰ নাচি দিওঁ যেন লাগিল। আৰু তেৰ মোন! এবাৰ ভাবিলে—অংকটো বা আকৌ হৈছে নে নাই? সি গণা নেওঁতাহে! বিশৰ সাত গ'ল, তেৰই নে চৌধ? চৌধ হ'লেতো মাৰিলোৱে দাও। পিচে, বাৰই নেকি বাল'ক? —বাৰ হ'ব পাৰে বুলি ভাব অহাৰ লগে লগে তাৰ মনটো চেঁওাই আহিল।

"অ'ই ককাই, কি লিখিছ অ'?" —কাৰোবাৰ মাত শুনি সি থত্মত্ খালে। দেউতা নেকি? নে হাকিমনী? মূৰ্টো ফলাই হোৱা নাই, ধাব বাপেপকে! ইয়ে, এইটো দেখোন অনন্তহে! অনন্তক দেখাৰ লগে লগে তাৰ মনটো ফৰকাল হ'ল।

"কি অ' কলিয়া গোসাঁই, বাতুলি গুটি লাগে নি? দিম বাৰু, টকৌ গুটিৰ লেখিয়াকৈ সাজি দিম দে। পিচে তই মৌখিক এটা কৰচোন—বিশৰ সাত গ'লে কিমান থাকে? ক, ক, সোনকালে ক।" তাৰ কথাত অনন্তই মনেশ্বৰৰ পিনে এবাৰ ঘোপাকৈ চাই আঙুলিৰ পাবত গণিবলৈ ধৰিলে।

"ওঁ, ওঁ, ওঁ, তেৰ। কিয় সুধিলি?"

"নাই এনেয়ে। তই মৌখিকটো পাৰ নে নোৱাৰ চালো আৰু'।"

"যাঃ। বৰ মৌখিক ডাল। মোক কিন্তু এপটা বাতুলি গুটি আজি দিবই লাগিব।" —বুলি অনন্ত তাৰ পৰা উচাট্ মাৰি গুচি গ'ল।

তাৰ মানে ঠিকেই, সি তেৰ মোনেই পাব। অনন্তয়ো সেই বুজিয়েই ক'লে। অনন্ত তাঁৰৰ ল'ৰা। গণিতৰ বোলে যম। ভদ্ৰেশ্বৰ দেউতাহঁতৰ ঘৰত ভোদানো কোন! যি মধ্য মাছে-মওহে-গাখীৰে-মাখনে খায় ভোদানো হয় ক'ৰ পৰা? আমাৰ বত্নেশ্বৰটোৰ বয়সো কেইদিনমান পিচত অনন্তৰ মানেই হ'বহি। তাকো স্কুললৈ পঠিয়ালে সিও অনন্তৰ লেখিয়াকৈ মুখতে অংক কৰিব পাৰিলেহেঁতেন। পিচে আমাৰ পোৰা কপালত থাকিলেহে! সি স্কুললৈ গ'লে সকটোক ৰখে কোনে? ক'ত্ত গৰখীয়া হ'বগৈ লাগে কি ঠিক? ৰজাৰ পুতেক নোহোৱাকৈনো ৰজা হয় ক'ৰ পৰা? — কথাবোৰ ভাবি তাৰ মনটো কিবাখন লাগি গ'ল। পিচে পিচমুহূৰ্ততেই পাওনা ধানলৈ মনত পৰিল।

আৰু তেৰ মোন পাম। মাঘ, ফাগুন, চ'ত, বহাগ—এই কেইমাহলৈ অতি কমেও পাঁচ-ছমোন লাগিব। অহা জেঠৰ আগতভো আৰু ধান নাপাওঁ। অহা বহাগত ক'ৰবাত যুৰ গুজিলেহে জেঠত দিব। বাকী বা কেই মোন থাকিল? কালিন্দী এপাইতকো অলপ যুৰাই দিবলৈ আছে। ফুটকলি কেইটাৰ কাপোৰ দুতোখৰমানো কিনিব লাগিব। কিমান আৰু নাঙঠ হৈ থাকিব? ঘৰটোও গোটেইখন উৰুখিছে। এইবাৰ নেচালে বাৰিষা থকাই টান হ'ব। ৰাধিকাক চাদ্দৰৰ সূতা অলপো কিনি দিব লাগিব। দুখনমান কিবা বৈয়েই লওক। কিনিতো দিব নোৱাৰেঁৱেই। তাইৰ শিপিনী বুলি নাম আছে। কিন্তু সূতাকে কিনি দিব নোৱাৰেঁা, ব'ব কি?হেবে? পাৰিলে ধুতি কামিজ এযোৰো কিনিব লাগিব। আগৰবোৰতো ফটাকানি হ'বৰেই হ'ল। অ', উপৰি পুৰুষৰ সবাহখনতো আছেই! নহ'লে মৃতকৰ শাও লাগিব"। বাকী ধানেৰে এইবোৰ কৰিবলৈ আটেগৈ নে নাটেগৈ বা?

"অ'ই মনেশ্বৰ, ভুগুকা মাৰি বহি কৈ বাঁহৰ আগৰ পাত গণিছ নি? ৰাতিপুৱাৰে পৰা মুঢ়াটোকে কাজি শেষ কৰিব নোৱাৰিলি। হেৰ', এইবাৰলৈ ৰাৰিগৈ বুলি কামত মন নবহা হ'লেই নে? খ,

থ, থৰি ফালি ফলাবি। আহ, তোৰ হিচাবটোকে কৰি দিওঁ।"—দেউতাৰ হতুওা মাতটো কাণত পৰাৰ লগে লগে নিজৰ কথাবোৰ ভাবোতে ওলাই আহিব খোজা হুমুনিয়াহটো আধা বাটতে লাগি ৰ'ল। দ'কে উশাহ কেইটামান টানি এদেও দুদেও কৈ দেউতাৰ ওচৰ পালোহি। ০০০০

"আঠ মোন! কি ক'লে দেউতা! তাৰমানে মই আঠ মোনহে পাম নেকি?" —অতপৰে ভদেশ্বৰ দেউতাৰ হিচাব শুনি হতবাক লাগি থকা মনেশ্বৰৰ মাতষাৰ ঘেৰঘেৰাই ওলাই আহিল। মুৰটো আচন্দ্ৰাই অনাব দৰে পালে।

"আঠ মোন হে পাম নেকি মানে? তইতো আচলতে সাত আৰু আধ মোনহে পাব। সৰু কেইটাৰ মুখলৈ চাই আৰু আধ মোন মই লগাইহে দিলো।" —কথাষাৰ কৈ ভদেশ্বৰ দেউতাই মনেশ্বৰলৈ এনেকৈ চালে যেন সি এটা পাধহে। "হেৰৌ, তহঁতৰ মুৰত ঘিউ-চিউ একো নাই নেকি অ'? এই সাধাৰণ হিচাবটো বুজি নাপাব? আকৌ কৰি দিছো, ভালকৈ শুন। পিচত কাউ-মাউ নকৰিবি।" —ভদেশ্বৰ দেউতাই মনেশ্বৰক হিচাবটো পুনৰ দিবলৈ ধৰিলে।

"জেঠত নিছিলি দুমোন, হয়নে? তেতিয়া মোনকচা দাম চলিছিল ত্ৰিবিশ টকাকৈ। এতেকে মই পাম ষাঠি টকা। শাওণত নিলি দুমোন। তেতিয়া ধানৰ দাম চলিছিল, পয়ঁত্ৰিবিশ টকাকৈ। এতেকে হ'ল—সত্ত'ৰ টকা। ভাদত নিলি এমোন, তেতিয়া দাম চলিছিল, চ'ল্লিছ টকাকৈ। তাৰ পিচত কাতিত নিলি দুমোন। তাও আছিল চ'ল্লিছকৈ। এতেকে হ'ল—আশী। গোটেইখিনি লগালে কিমান হয়? ওঁ, ওঁ, ওঁ, দুশ পঞ্চাশ টকা। তই এতিয়া মোৰ পৰা পাব মুঠ বিশ মোন। এতিয়া ধাও চলিছে বিশ টকাকৈ। এতেকে তই পাবি, ওঁ, ওঁ, ওঁ, চাৰিশ। তই আগেয়ে নিলি দুশ পঞ্চাশ। এতেকে তোৰ বাকী থাকিল এশ পঞ্চাশ। বিশ টকাকৈ

মোন কড়া হ'লে, এশ পঞ্চাশ টকাত সাত্ত আক আধ মোন নহয় নেকি? গরু কৰ'বাৰ! এইবাৰ মগজত সোমাইছেনে?"

মনেশ্বৰৰ পিচে এই পাক লগা অংকবোৰৰ একোডাল মগজত সোমোৱা নাই। সি মনে মনে থকা দেখি ভদেশ্বৰ দেউতাই আকৌ ক'লে: "অ', এটা কথা, তোৰ ভাওৰ পুতেৰটো, কি নাম আছিল তাৰ? এহ্, তহঁত খেচৰবোৰেও যে নাম ৰাখ! মনতে নাথাকে। অ', বগ্নেশ্বৰ। তাৰ জল সৰিলনে? গোফ ঠুঁটিয়ালেই যেন পাইছো। হালোৱা ল'ৰাৰ জল সোনকালে সৰাই ভাল। অহাবাৰলৈ তাকো লৈ আহিবি, বুইছ? ময়েই ৰাখিম দে। লেটেকু তলে, পনিয়ল তলে খিতিওালি কোৱাই কুৰাতকৈ ইয়াত থাকিলে তোৰ সহায়েই অলপ হ'ব। থাকিব ঘৰৰ ল'ৰাৰ নিচিনাকৈ। কিমান আৰু তোৰ মূৰত কঠাল ভাঙি খাবলৈ দিয়? অইন নহ'লেও গৰুকেইটাৰ এৰাল কিন্তালকে ইফাল-সিফাল কৰি দিব। কি ক'স?"

মনেশ্বৰৰ কাণত কথাবোৰ নোসোমালেই। অনন্তয়ো মৌখিকটো ভুল কৰিলে নেকি? কিন্তু তাৰ হিচাব মতেওতো তেৰই হ'ব লাগে। পিচে দেউতাই দেখোন আন কিবা আং বাং হিচাবৰোৰহে উলিয়ালেহি। সি বোলে আঠমোনহে পাব। তাকো দেউতাই আধমোন লগাই দিয়াতহে। — বাওঁটো ভৰিৰ বুঢ়া আঙুলিটোৰে মাটি চিকুটি চিকুটি তলমূৰকৈ মনেশ্বৰে ভাবিলে।

"অ'ই, সৰগ পৰা মানুহৰ দৰে হৰি দেখোন? কি গণি আছ?"

"নাই দেউতা, অথনি অনন্তক সোধোতে ক'লে বিগৰ সাত্ত প'ল থাকিল তেৰ।"

"কি ক'লি চোৰৰ? মোক নেওঁতা শিকাবলৈ আহিছ, হঁ! হেজাৰ-বিজাৰটা অংক আঙুলিৰ মূৰতে কৰি আছো, ই আকৌ মোক অংক শিকায়! তোক হিচাবটো বুজাই দিয়া নাই নেকি? হিচাব-বোৰো নুবুজিবি, বুজাই দিলেও মোকেই অজাজ কৰি সাধিবি। যা,

গুচ ইয়াৰ পৰা। খৰিখিনি সোনকালে ফালি শেষ কৰ। খাবিতো এপাচি, কামৰ বেলিকা সেইভাল। আকৌ মোকেই নেওঁতা শিকা-বলৈ আহ! বিশৰ সাত গ'ল থাকিল তেৰ — অনন্তই কৈছে! অনন্তইতো ঠিকেই কৈছে। পিচে সেইটো খেয়াল আছে নে নাই, অনন্তহঁতৰ সেই নেওঁতাৰে তোৰ হিচাব হ'ব নেকি? যদি ঠগাইছো বুলি ভাবিছ, পাঠশালাৰ গণিতৰ পণ্ডিতক সোধ গৈ। কামৰ ভিতৰত মোৰ এতিয়া সেই ঠগ্‌বগ্‌বোৰ কৰিবলৈহে আছে! এইবোৰ কথা-তেইতো খং উঠে। ইয়াৰ পৰা আঁতৰ হ। জক্‌ উঠিব বাপেকে সেই নগাই দিয়া আধমোন কাটি ৰাখিম। কি চাবা এই খাই পাতফলা জাকৰ মুখলৈ!"

মনেশ্বৰ লাহে লাহে কাথিৰ পৰা চোতাললৈ নামি আহিল। খণ্ডত তাৰ গাটো কঁপিবলৈ ধৰিলে। চেলা কুকুৰৰ জাত, মহণ্ডা দিন বুলি বিশ মোনতে সোমাইছিলোহি। কাম কৰোঁৱাই কেই বিশ মোন তুলি ল'লি তাৰ ঠিক নাই। এতিয়া আকৌ পাওনাখিনিতো নতুন হিচাব উলিয়ালিহি। মোৰ তেজ খায়েই তৰণি পোৱা নাই, এইবাৰ ৰত্নেশ্বৰৰ পোকৰতো লাগিছহি। অনন্ত দেখোন তাতকৈ ডাঙৰেই, তাক গৰু চৰাবলৈ নিদিয় কিয়? চেলা, তহঁতৰ কাৰণে এখন নেওঁতা আৰু আমাৰ কাৰণে আন এখন নেওঁতা! লবৰ সময়ত এখন নেওঁতা, দিবৰ সময়ত এখন নেওঁতা! হালোৱা বিচৰাৰ সময়ত হ'লে গিয়াতিজন, গিয়াতিজন বুলি কি বেথা চাবা! পিচে পাওনা দিবৰ পৰত মতচৰ তেজসোহা নেওঁতা উলি-য়াবিহি! ফালি চিৰাচিৰি কৰিম বাপেকে তহঁতৰ বাল নেওঁতা। তহঁতৰ আকৌ গিয়াতি বেথা! —

ভোৰভোৰাই ভোৰভোৰাই মনেশ্বৰে মাটিত পৰি থকা কুঠাৰ-খন তুলি ল'লে। গাঁঠিলগা মূঢ়াটোৰ মাই চকুটোলৈ পোনাই সি গাৰ সকলো বল দি মাপ এটা মাৰি পঠিয়ালে। গাঁঠিলগা সাৰৰ মূঢ়াটোৱে বেঙা মেলা মানুহ দৰে সোঁমাজেৰে বেঙা মেলি দিলে। + +

## পোহৰ অনাৰ পাপ

শ্ৰীঅৰুণ গোস্বামী

"পাপ হব নেকি ?" দোকানৰ সম্মুখত থকা বেঞ্চখনত লাহেকৈ বহি মনতে প্ৰশ্ন কৰিলে হৰকান্তই। হৰকান্তৰ ভাগৰ লাগিছিল। ভাগৰ লাগিব লাগেই। পুৱা দহবজাৰ পৰা সন্ধ্যা এই সাত বজালৈকে ঘূৰিছে ফুৰিছে। ক'তো অকমান বহাৰ সুবিধা পোৱা নাই। এই যি বহিছে আৰু। ৰবযুণ পৰাদি ওপৰৰ পৰা ভাগৰবোৰ যেন হৰকান্তৰ গাত পৰিছে, যেন মূৰৰ পৰা ভৰিলৈকে হৰকান্তৰ গোটেই গা ভাগৰৰ ৰবযুণে তিয়াই দিছে। বেঞ্চখনত ভৰি দুখন তুলি হৰকান্তই জেপৰ পৰা বিড়ি এটা উলিয়াই দোকানৰ অনবৰতে জ্বলি থকা অকণমান চাকিটোৰ পৰা জুই অকণ আনি জ্বলাই লৈ হুপি-বলৈ ধৰি সম্মুখৰ কোলাহলৰ ফালে মন কৰিলে। ভীষণ কোলাহল, যেন ভাৰতবৰ্ষৰ স্বাধীনতা আনিবৰ কাৰণে ১৮৫৭ চনৰ পৰা ধৰি ১৯৪৭ চনলৈকে যিমান কোলাহল হৈছিল সেই আটাইবোৰ কোলাহল ধৰি ৰাখি এই বহল পথাৰখনত এতিয়া মেলি দিয়া হৈছে। প্ৰকাণ্ড পথাৰখনৰ বন দেখিব পাৰিলেও গোট খোৱা মানুহ লেখি অন্ত কৰিব নোৱাৰি। পথাৰখনৰ চাৰিওফালে শাৰী-শাৰী মমবাতি জ্বলোৱা হৈছে। দিনত ডাঙৰ মিটিং হৈছিল। ৰাতি পৃথিৱীৰ বিভিন্ন দেশৰ স্বাধীনতা সংগ্ৰামৰ তথ্যচিত্ৰ দেখুৱাব পথাৰখনত। সেয়েহে মানুহৰ এই অহা-যোৱা।

"সৌ সিদিনা যেন লাগি আছে, অথচ একুৰি পাঁচ বছৰ হ'লেই চাই থাকোঁতে," হৰকান্তই শব্দ নোহোৱাকৈ মনতে কলে। পথাৰলৈ বিভিন্ন পথেৰে অহা মানুহৰ দলে হৰকান্তৰ মনৰ ভিতৰলৈও বহুত বাটেৰে বহুত কথা বহুত ঘটনা অহা-যোৱা কৰিবলৈ ধৰিলে।

আচলতে কোনো কাম নোহোৱাৰ কাৰণে এনে হৈছে । ইমান মানুহৰ আগত বহীখন মেলি মেলি দেখুওৱাৰ পাছতো যদি কোনোবাই আনন্দ মনেৰে দহ পইছা দিলেহেঁতেন । হৰকান্তই জেপটোত হাত ভৰাই পইছা কেইটা পিটিকি চালে । সত্তৰ পইছা মান হ'ব । মানে চাউল এপোৱাই বিস্কুট চাৰিটামান কিনি নিব পৰা হ'ব । হৰকান্তই পুৰণা কথাবোৰ নাভাবিবৰ বাবে চেষ্টা কৰি চাউলৰ কথা ভাবিবলৈ ধৰিছে যদিও পুৰণা কথাবোৰ কিন্তু সুকঙা বুজি মেলা জপনাইদি উদণ্ডীয়া গৰু-ছাগলী সোমাই অহাৰ দৰে হৰকান্তৰ মনৰ মাজলৈও সোমাই আহিছে আৰু সোমাই আহি গেলা শ এটাৰ ওপৰত ভোনভোনাই জাকজাককৈ পৰা ৰৰমাখিবোৰৰ দৰে হৰকান্তৰ মনৰ ওপৰতো বিগত বছৰৰ কথাবোৰ জাকপাতি পৰিছে ।

তাহানি হৰকান্ত প্ৰাথমিক স্কুলৰ পণ্ডিত থাকোঁতে দৰমহা আছিল বাৰ টকা । আজিকালি বোলে পণ্ডিতৰ দৰমহা বাঢ়িল । তেতিয়া আকৌ বাৰ টকাই সৰ্ব্বোচ্চ দৰমহা আছিল । মহকুমাটোত বাৰটকীয়া দৰমহা পোৱা শিক্ষক আঙুলিৰ মূৰতে । অৱশ্যে তেতিয়াৰ বাৰটকা আজিৰ দুশ টকাতকৈয়ো বেছি মূল্যবান আছিল । মাক-বাপেকৰ সৈতে হৰকান্তৰ সংসাৰখন তেতিয়া ভালেই চলিছিল । ঘৰৰ কথা মনত পৰাত হঠাৎ হৰকান্তৰ মনটো ফুই দিয়া কেচু সাপ এডালৰ দৰে জাতুৰ খাই উঠিল । আৰু মনটো ইমান অস্থিৰ হৈ পৰিল যে হৰকান্তৰ কাণমূৰ গৰম হৈ উঠিল । হৰকান্তই চিঞৰি চিঞৰি নিজৰ অতীত বৰ্ত্তমান কবলৈ ইচ্ছা কৰিলে । বহুত দিন এনে ইচ্ছা হৈছে যদিও অন্যদিন মনটো ইমান চঞ্চল হোৱা নাছিল । হৰকান্তই হেজাৰ হেজাৰ মানুহ, গোটাই লৈ সেই মানুহবোৰৰ সম্মুখত এখন ওখ ঠাইত থিয় হৈ নিজৰ কথা কবলৈ প্ৰবল ইচ্ছা কৰিলে । সম্মুখৰ পথাৰখনত অগণন প্ৰজা গোট খাইছে । স্বাধীনতাৰ ৰূপালী জয়ন্তীৰ দিনা পৃথিৱীৰ বিভিন্ন দেশৰ স্বাধীনতা সংগ্ৰামৰ কথাছবি দেখুৱাৰ । তাৰ বাবে মানুহৰ এই সমাগম ।

ছবি চাবলৈ অহা মানুহবোৰে বাৰু হৰকান্তৰ কথাবোৰ এবাৰমান নুশুনিবনে ? শুনিব শুনিব। কিয় নুশুনিব ? হৰকান্তই বেঞ্চ খনৰ পৰা উঠি এখোজ দুখোজকৈ গৈ মানুহৰ মাজ পালেগৈ। এঠাইত অলপ ওখ ঠাই পাই হৰকান্ত থিয় হৈ ৰ'ল আৰু মানুহ-বোৰৰ ওপৰত চকু ফুৰাই হৰকান্তই চিঞৰি চিঞৰি কবলৈ আৰম্ভ কৰিলে; অৱশ্যে শব্দ কৰি নহয় মনতহে। হৰকান্তই কলে, "ৰাইজ, আজি স্বাধীনতাৰ বাপালী জয়ন্তীৰ দিনা আপোনালোক ইয়াত গোট খোৱা দেখি মই বৰ সন্তোষ পাইছো। এদিন আজিৰ পৰা বহুত বছৰৰ আগতে আমিও এনেকৈ বহুত মানুহ গোট খাইছিলো আৰু আমি সকলোৱে দেশখনৰ পৰা চাহাব খেদাবৰ বাবে মৰণ পণ কৰিছিলো। আছিল-আছিল আমাৰো ল'ৰা-ছোৱালী, ঘৰ-সংসাৰ আছিল, কিন্তু আমি সেই সময়ত লৰা-ছোৱালী ঘৰ-সংসাৰ আই-বোপাইৰ কথা মুঠেই চিন্তা নকৰিছিলোঁ। মোলৈকে নাচায় কিয় ? মোৰো তিনিটা ল'ৰা আৰু এজনী ছোৱালী আছিল। মই নিজে আছিলো শিক্ষক, কিন্তু মোৰ ল'ৰা হ'ল সাধ। কিহৰ কাৰণে জানেনে ৰাইজ ? কাৰণ মই ঘৰৰ প্ৰতি মুঠেই চকু দিব পৰা নাছিলোঁ। জেলত থাকোঁতে বা পলাই থাকোঁতে অথবা আন্দোলনৰ কামত অনাই বনাই ঘূৰি ফুৰোঁ-তেই বেছি সময় যায়। বৰ্ত্তমান মোৰ কোনো নাই। মোৰ দুটা ল'ৰা— এটা মিলিটেৰীত সোমাল এটা পুলিচত। সেই যে সদানন্দ দুৰৰা নগা সীমান্তত যে বিদ্ৰোহীৰ গুলীৰ আঘাতত মৃত্যু হৈছিল সিয়েই মোৰ বৰ ল'ৰা। সিও মৰা আজি যোল বছৰমান হ'ল।

পিছৰটো অৰ্থাৎ পুলিচত থকাটো ক'ত আছে নাজানো। ছোৱালীজনী পাঞ্জাবী ঠিকাদাৰ এটাৰ লগত পলাই গ'ল। একেবাৰে শেষৰটো ? বি-এ পাছ কৰি সাত বছৰমান ঘৰত বহিল। তাৰ পাছত কেনিবা গ'ল। চিন্তামণি নামৰ, কোনোবা এজন ঠিকাদাৰৰ জীয়েকৰ লগত বোলে তাৰ প্ৰণয় আছিল। ভাবিছিলো তাইৰ লগতে ক'ৰবাত কেনেবাকৈ সংসাৰ পাতি আছে হ'বলা। পিছে নহয়।

আজি অলপদিন ধৰি মোৰ ঘৰলৈ অনবৰতে পুলিচ অহা-যোৱা কৰাৰ কথাৰ পৰাহে বুজিব পাৰিছো মোৰ কনিষ্ঠ পুত্ৰ নৱাৰুণ হেনো ক'ৰবাত নক্সালপন্থীনে কি হ'ল। আজি তিনি বছৰ তাৰ খা-খবৰ নাজানো। পৰিবাৰ? নিম্ন ৰক্তচাপত ভুগি ভুগি এদিন মৰিল। মৰিব, মৰিব, সকলো মৰিব ক'ত বাচিব! ৰাইজ, আপোনালোকে মোৰ কথা নোসোধে কিয়? নে মোক অনবৰতে দেখি দেখি আপো-নালোক বিৰক্ত হৈছে? শুনক - শুনক। মই বুঢ়াই কি কৰিছো জানেনে? চাৰি নম্বৰ এক্সাবচাইজ বহী এখনত গোহাৰি এখন লিখি আপোনালোকৰ ওচৰে ওচৰে ঘূৰি ফুৰিছো। মই জানিছো নহয় সেয়েহে আপোনালোক মোৰ ওপৰত ভীষণ বিৰক্ত। এৰা কিনো ক'ৰ? এদিন আমি সকলো লগ হৈ থানাত পতাকা তুলি-বলৈ গৈছিলো। আমাৰ সেই সময়ত এনে এটা বোধ আছিল যে থানাত পতাকাখন তুলিব পাৰিলেই যেন দেশখনৰ পৰা চাহাববোৰ কুকুৰেখেদা শিয়ালৰ দৰে দৌৰি পলাব। তেতিয়াই মোৰ এই দুৰ্ঘটনা" বুলি হৰকান্তই কিলাকুটিৰ ওপৰতে ছিগা বাওঁহাতখনৰ ঠাৰিটো দাঙি ধৰিলে, "পুলিচৰ গুলীৰ কোবত এই হাতখন ছিগি গ'ল ৰাইজ।" হৰকান্তই ইমানবোৰ কথা মনৰ মাজতে কোনেও নুশুনাকৈ কৈ আছিল যদিও কওঁতে কষ্ট হৈছিল। মানুহটো বৈ বৈ কোঁপাবলৈ ধৰিলে। নীৰৱ হৈ ৰ'ল। আচলতে নীৰৱেইতো আছিল। কাৰণ পথাৰখনৰ আটাইবোৰ মানুহ হৰকান্তই মনৰ ভিতৰত তৈয়াৰ কৰি লোৱা পথাৰখনলৈ নিহে কথাবোৰ কৈ আছিল। কোনেও শুনা নাছিল, নিজৰ কথা নিজেহে হৰকান্তই শুনিছিল।

মানুহবোৰৰ মাজত হৰকান্তই কাৰোবাক বিচৰাৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলে। এনেয়ে ঘূৰিলে। পথাৰখন দিন যেন পোহৰ আছিল এইবাবেই যে ওপৰত শ-শ টিউবলাইট জ্বলি আছিল আৰু তলত শাৰী-শাৰী মমবাতি আৰু মাটিৰ চাকি জ্বলি আছিল। গোটেই পথাৰখন হৰকান্তই মানুহবোৰৰ মাজে মাজে ঘূৰি ফুৰিবলৈ ধৰিলে।

কোনোবাই যদি অলপ মন কৰে তেনেহলে তেওঁৰ এইদৰেই ধাৰণা হ'ব যেন হৰকান্তৰ সক ল'ৰা এটা মানুহৰ মাজত হেৰাল আৰু বাপেকটো হৈ তেওঁ বিচাৰি ফুৰিছে। ঘূৰি ফুৰোঁতে হৰকান্তৰ বোধ হ'ল সচাঁকৈয়ে তেওঁৰ কিবা এটা হেৰাইছে যুগ্ম। এটাই হেৰাইছেনে ? বহুত হেৰাল। অকল কিবা হৰকান্তৰে হেৰালনে, বহুতৰে হেৰাল। নাই নাই বহুতৰ নহয় অকল মোৰহে হেৰাল ডাঙৰীয়া, অকল মোৰহে হেৰাল। কাৰণ কিয় কৈছো জানে ? আপোনালোকে ইমান বং তামাচা কৰি সেয়া ছবি চাইছে, কিবা হেৰোৱা হ'লে ইমান বং কৰি কথাছবি চাব নোৱাৰিলেহেঁতেন নহয়। মোৰ নিচিনাকৈ এনেকৈ ঘূৰি ফুৰিব লাগিলহেঁতেন বিচাৰি বিচাৰি। গতিকে আপোনালোকক কাবৌ কৰি কৈছো কিবা হেৰাইছেনেকি বুজি সুধি মোক যেন ঠাট্টা নকৰে। মোৰনো কি হেৰাল ? কিয় দেখা নাই ? অন্যবোৰৰ কথা নকৰেঁই বাৰু, এই হাতখন। এই বাওঁ-হাত খন। এইখন হেৰাল। কি হৈছে মোৰ ? হৰকান্ত ঠাইতে তভক মাৰি ৰ'ল। সেয়া কি ? প্ৰদৰ্শনী ? এখোজ দুখোজকৈ হৰকান্ত আগবাঢ়ি গ'ল। স্বাধীনতা সংগ্ৰামৰ বীৰ মুৰ্জাৰ আলোক চিত্ৰ আৰু স্মৃতি চিহ্নৰ প্ৰদৰ্শনী এইখন। জুম বান্ধি থকা বিভিন্ন ৰঙৰ পোছাক পিন্ধা ডেকা-গাভৰু জাকৰ ওপৰেদি চকু ফুৰাই নি হৰকান্তই সজাই থোৱা স্বাধীনতা সংগ্ৰামৰ বীৰ মুৰ্জাৰ আলোক চিত্ৰবোৰৰ ওপৰত দৃষ্টি নিবদ্ধ কৰিলে। এই অকলৰ মুৰ্জাৰ ছবিৰ লগতে অসমৰ বহু লোকৰ ছবি। হৰকান্তই প্ৰায় সকলো-বোৰকে চিনি পালে। ছবিবোৰ চাই যাওঁতে ক্ৰমে ক্ৰমে হৰকান্ত উত্তেজিত হৈ গ'ল আৰু এসময়ত হৰকান্তই কব নোৱাৰাকৈয়ে এখোজ দুখোজকৈ গৈ ছবিবোৰ সজাই থোৱা শাৰীৰ মূৰত থিয় হৈ ৰ'লগৈ। হৰকান্তৰ নিজকে এখন ছবি যেন লাগিল। হৰকান্ত থিয় হৈ অজৰ অচৰ ভাবে প্ৰদৰ্শনী চাবৰ বাবে জুম বন্ধা মানুহবোৰৰ ফালে চালে। মানুহবোৰে প্ৰথমে একো বুজিব বা ধৰিব পৰা

নাছিল যদিও পিচত খিক্‌খিকাই হাঁহিবলৈ ধৰিলে। ল'ৰা-ছোৱালী এহালে হৰকান্তক ঠেলি আঁতৰাই দিলে। হৰকান্তৰ চেতনা আহিল তেওঁ ছবি নহয় জীয়া মানুহ। ইয়াত মৰা মানুহৰ ছবিহে ৰাখে জীয়া মানুহৰ নাৰাখে নহয়। সাউতকৈ ধৰা পৰিব খোজা চোৰৰ দৰে হৰকান্ত তাৰ পৰা ওলাই আহি মানুহৰ মাজ পালেহি। বিহ-চোলৰ কোৰৰ দৰে হৰকান্তৰ বুকুখন চপচপাবলৈ ধৰিলে। কি হৈছে আজি? ইমান অস্থিৰতা ক'ৰ পৰা আহিল? অন্যদিনতো এনে হোৱা নাই! ইমানবোৰ মানুহ গোট খাইছে, বহীখন মেলি লৈ আগে আগে দেখোন দেখুৱাই যাব পৰা যায়। কিজানি দহ বিশ পইছা দিয়েই কোনোবাই! নালাগে নালাগে স্বাধীনতা সংগ্ৰামৰ ছবি চোৱা মানুহে ইমান সৰু কথাত এতিয়া মন নিদিয়ে, ভাবি মাৰিহে পঠাব। নাই নাই ইয়াত আৰু কদাপিও থাকিব নোৱাৰি।

বেললৈ পলম হোৱা যাত্ৰীৰ দৰে হৰকান্ত কোৰা-কুৰিকৈ মানুহৰ মাজৰ পৰা আহি বাট পালেহি।

বাটতে হৰকান্তৰ কথা এটা মনত পৰিল। জেপটো খেপিয়াই চালে। তভক মাৰি অকণমান ৰ'ল। "পাপ হবনেকি বাৰু? পাপ! কিহৰ পাপ?" এখোজ দেখোজকৈ হৰকান্ত আগবাঢ়িল। জ্বলি থকা মমবাতি শাৰীৰ ওচৰত ক্ষন্তেকপৰ বৈ এবাৰ চাৰিওফালে চালে।

আকৌ চালে। সন্মুখত জ্বলা মমবাতি আৰু পিচত মানুহৰ মেলা। ওখ ওখ মমবাতি দুডাল হৰকান্তই ক্ৰু মাৰি নুমাই খেদা খোৱা চোৰৰ দৰে কোৰা-কুৰিকৈ আলিত উঠিলহি। মানুহবোৰে হাত চাপৰি বজাইছিল কিবা কাৰণত, সাপ পছুকা শিশুৰ দৰে হৰকান্ত উচপ খাই উঠিল। তাৰ পাচত হৰকান্তই চোলাৰ তল জেপটো সোঁহাতেৰে খামুচি ধৰি বাজ আঁজিয়েদি পুলিচে খেদা চোৰৰ দৰে দৌৰিবলৈ ধৰিলে।

বাঁহৰ দুৱাৰখন হেঁচা মাৰি হৰকেন্তাই আন্ধাৰে আন্ধাৰে খেপিয়াই

খেপিয়াই বিছনাত বহি ফোঁপাৱলৈ ধৰিলে । প্ৰায় এক ডেৰ মিনিট মান তেনেকৈ বহি থাকি হৰকান্তৰ ভীষণ ভয় লাগিল । এই এন্ধাৰবোৰে যেন হৰকান্তৰ সৰ্ব্বশৰীৰত সাপে খোঁচাদি খুটিছে । গাৰুৰ তলৰ পৰা জুইশলাৰ বাকচটো উলিয়াই পুলিচৰ গুলীৰ কোবত তাহানিতে ছিগি যোৱা হাতৰ ঠাৰিৰে হেঁচা মাৰি ধৰি কাঠি এডাল জ্বলালে । আৰু ভিতৰ সোমায়েই জেপৰ পৰা উলিয়াই থোৱা মমবাতি দুডালৰ এডালৰ মূৰটোত জ্বলাই দিলে । সপ্তাহ দিনলৈ তেলৰ চিন্তা মৰিল । হাতত জ্বলা মমবাতিডাল লৈ লৈ হৰকান্তই এবাৰ চাৰিওফালে ভয়ে ভয়ে চাই দুৱাৰখন হেঁচা মাৰি জপাই দিলে যেন পৃথিবীৰ বিভিন্ন দেশৰ স্বাধীনতা সংগ্ৰামৰ কথাছবি চাই থকা মানুহবোৰে আহি হৰকান্তক মমবাতিৰ চোৰ ধৰি 'চোৰ' বুলি প্ৰমাণ কৰি দিবহি এতিয়া । জ্বলা মমবাতিডাল খামোচ মাৰি ধৰি হৰকান্তই ভাবিলে আন্ধাৰবোৰ পুৰি পেলাব পৰা হলে— । মমবাতিৰ জুইৰ দৰে হয়তো হৰকান্তৰ চকু দুটাও জ্বলিছিল । কাৰণ চেলা বগোৰাদি বগাই অহা চকুপানী দুধাৰে হৰকান্তৰ শুকান গাল দুখন পুৰি দিছিল ।

# পৰাচিত

শ্ৰীভাৰত চন্দ্ৰ গোস্বামী

ৰাতিপুৱাতে ওলাই গৈ উদং বস্তা দুখন লৈ বেলি লহিওৱা পৰত ভোগৰাম মেধি ঘৰলৈ উভতিছে। পদূলিৰে পৰা মাজ চোতালতে ধৰফৰ খন দেখি উধাতু খাই আহিছে! পুলিচৰ গাড়ী—ডাক্তৰী গাড়ী—হে ভগৱান আকৌ কি বিপদত পেলালা। পুলিচৰ গাড়ীৰ লগত ডাক্তৰৰ গাড়ী। অলপ আগুৱাই আহি আঁতৰৰ পৰাই চুলিৰ আগে জীৱ গ'ল। ভঁৰালৰ চাবি লৈ কিবা এটা ডাঙৰ অঘটন ঘটিল।

ভোগৰাম মেধি বুলিলে গোটেই অঞ্চলতে নজনা নাই। দহ পুৰা মাটিত খেতি কৰে। নিজে হাতে হালোৱা। মেট মৰা ভঁৰাল। লাগ বুলিলে পাঁচ-দহ মোন ধান উলিয়াই দিয়াটো কথাই নহয়। যোৱা চীনা যুদ্ধত ভগনীয়া কেম্পত পুৰা এসাজৰ চাউল দিওঁতে জিলাৰ ৰবচাহাবৰ লগত একেলগে তোলা ছবিখন এতিয়াও বেৰত আঁৰি থোৱা আছে।

মাটি কিডবাৰ যহতে পাৰ্ত মুখীয়াল মানুহ বুলি নাম কৰি খাই আহিছে। দুজনী ছোৱালী সালেংকিয়াকৈ বিয়া পাতি উলিয়াই দিছে। বৰ ল'ৰাক যোৰহাটত কৃষি বিশ্ববিদ্যালয়ত পঢ়ুৱাইছে। মাটি কিডবাৰে উন্নতি কৰিব বুলি মনে কৰি সৰু ল'ৰাটোৰে মেট্ৰিক পাছ কৰাৰ পাছত কলেজত নাম লগাই দিছে। মাটি কিডবাই সম্পত্তি—ভঁৰালটোৰেই অধিমী। মেধিয়নীৰ ৰাতি ৰন কৰি উঠি গা ধুয়েই প্ৰথম কাম হৈছে ভঁৰালটোৰ আগচোতালখন গোবৰ-পানী দি মচা আৰু সন্ধিয়া ভঁৰালৰ সমুখত কলাপাতখনৰ ওপৰত চাকি গছ জ্বলাই সেৱা এটি কৰা। মেধিয়েও ৰাতি গা তিয়াই নিতৌ ভঁৰালৰ পাধৰিত মূৰ নোদোওৱাকৈ মুখত আহাৰ নলয়।

আজি কেবাদিনো মেধিৰ গাত তত্ নাই। থিলাধন, বুন্দুৰা, মাধপাৰাৰ পৰা প্ৰায় ডেৰশ-দুশ ভগনীয়া মানুহ আহি ল'ৰা-ছোৱালী, কোলাৰ পানী কেচুৱা লৈ আহি গাৱঁৰ নামঘৰ, স্কুলঘৰ ভৰি পৰিলহি। সেইবিলাকক ক'ত ৰাখিব, কি খুৱাব সেইবোৰৰ ওঁত মেধিয়ে লগাই নিদিলে গাৱঁত দিওঁতা নাই। তাতে আকৌ ভুতৰ ওপৰত দানহ—অহকালে পহকালে কোনোবাই বাতৰি দিলেহি আউনি আটি আৰু ভকত গাৱঁৰ দুয়ো ঘৰ জী-জোৱাঁইৰ ঘৰ ভাঙি কোনোবা দুৰ্বৃত্তই বস্তু-বাহানি লুটপাট কৰি লৈ গ'ল। মানুহখিনি গৈ ক'ৰবাতহে আছেগৈ। ভগনীয়া মানুহবিলাকৰ থান্‌খিত্ লগোৱাত লাগি থাকোঁতে সিহঁতৰ খবৰ এটাকে লবলৈ যাবলৈ সময় উলিয়াব পৰা নাই।

এদিন কোনোৰকমে সময় উলিয়াই দুয়োঘৰ জী-জোৱাঁইৰ একেলগে খবৰ এটাও কৰি আহোঁ বুলি মনে কৰি গাটো তিয়াই ভঁৰালৰ আগত সেৰাটি জনাই ভিতৰ সোমাইছেগৈহে মাত্ৰ, বাহিৰত গিৰিপ্ গিৰিপ্ জোতাৰ শব্দ। লগে লগে এটা গহীন গম্ভীৰ মাত—"ভোগৰাম মেধি ঘৰত আছে নে?" —খৰধৰ কৰি ওলাই আহি দেখিলে দুজন বন্দুকধাৰী চি-আৰ-পি লৈ এজন ভদ্ৰলোক। পোছাকে পৰিচ্ছদে কোনোবা উচ্চ চৰকাৰী কৰ্মচাৰী বুলি সহজতে অনুমান কৰিব পাৰি। কেৰাহিকৈ চাই পুনৰ মাত লগালে—"তুমিয়েই ভোগ ৰাম মেধি?" মেধিয়ে সসম্মানে হয় দিলে। লগে লগে সিবিলাকৰ আগমনৰ উদ্দেশ্যও জানিবৰ ইচ্ছা প্ৰকাশ কৰিলে। ভিতৰি ভিতৰি এক বিৰাট শঙ্কা—ক'ত বা কি ভগৰ লগালে! বহিবলৈ দিবলৈকো গাত তত্ নাইকিয়া হয়। ধৰধৰ কৰি চকপিৰা এখন আৰু ডুখৰি পিৰা দুখন উলিয়াই আনিলে—সিবিলাকৰ বহিবলৈ মতিগতি দেখা নগ'ল। বিষয়াই গহীনাই মাত লগালে—"তুমি ত্ৰিশ মোন ধান দিব লাগে।" "ত্ৰিশ মোন ধান কিহৰ কাৰণে ডাঙৰীয়া?" —"কিহৰ কাৰণে? দেশত কি ঘটিছে এতিয়াও জনা নাই নেকি?" —চৰকাৰী ভঁৰালৈ—ভগনীয়া কেম্পলৈ পঠাবৰ কাৰণে।" "ভগনীয়া

কেম্পলৈ ? কিয় আমাৰ গাৱঁৰ নামঘৰত, স্কুল ঘৰতে দেখোন ভগনীয়া ভালেখিনি আহি গোট খাইছেহি। সিবিলাকতে এই কেইদিন চাউল দিব লগা হৈছে। যোৱাবেলি বহাত হোৱা সাহিত্য সভালৈকো দহ মোন চাউল শ্ৰীলালৰ কলঘৰত নিজ খৰচতে মৰাই দিয়া হ'ল। এইবেলি পথাৰৰ পকাধানে এতিয়ালৈকে কাচি দেখা পোৱাই নাই। তাৰোপৰি ভাগুৰীয়া, আমাৰ ধানমুঠিৰ ওপৰতে সংসাৰখন চলে। এনে অৱস্থাত লাগ বোলোঁতে ত্ৰিশ মোন ধান ? ভাগুৰীয়া, বৰ ডাঙৰ বোজা। তথাপিও ভাগুৰীয়া আপোনাসকল আহিছে যেতিয়া মানটো ৰাখিম।" "মানটো ৰাখিম মানে ?" "তিনি মোন মান দিম আৰু।" "ও মই ক'লো ত্ৰিশ মোন, তুমি ক'লা তিনি মোন—মই ডাড়া বিচাৰি অহা নাই, বুজিছা ? সাহিত্য সভাত দিলা দহ মোন চাউল আৰু মোক দিবা তিনি মোন ! মোৰ মান-সম্মান আছে বুজিছা ? এই ইচ্‌কা গুদাম মে হামলোককা তালা লগাও। ওচকা তালা তোৰকে ফেক্ দেও।" লগে লগে চক্ৰৱী এটাই ভঁৰালৰ গাধৰিত উঠি ভঁৰালত তলা লগাই দিলে।

মেধি সেইদিনেই থৰ হৈ বহি গ'ল। মেধিয়নী থৰকাচুটি এৰি চিঞৰি চিঞৰি ওলাই আহিল। "এই তহঁতে জোতাই-মোজাই উঠি মোৰ ভঁৰালটো চুবা নকৰিবি ........।" এনেতে আনটো চক্ৰৱীয়ে দিৰিপ্‌কৈ বন্দুক লৈ মেধিয়নীক ভেটা দি ৰাখিলেহি। ভঁৰালত তলা লগাই বিষয়া জীপ গাড়ী চলাই গুছি গ'ল। মেধিয়নীয়ে গোবৰ-পানী চটিয়াই ভঁৰালটো শুচি কৰি হা-হুমুনিয়াহ কাঢ়ি ভিতৰত সোমালগৈ। মেধিয়ে তলমূৰকৈ এখোজ দুখোজ কৰি নামঘৰৰ ভগনীয়া কেম্প পালেগৈ।

এতিয়া মেধিৰ ভঁৰালত চৰকাৰী তলা ওলমি আছে। তথাপিও মেধি-মেধিয়নীয়ে পূৰ্ববত মানি অহা ৰীতিমতে চাকি-বাতি দি সেৱা সৎকাৰ কৰিবলৈ এটি কৰা নাই। যিমানেই দিন বাগৰি গৈছে সিমানেই মেধিৰ গৃহস্থালি সঙ্কটৰ অৱস্থালৈ আহি আছে। তাহে

লাহে মেধিৰ দিন নাযায়, বাতি নুপুৱায় অৱস্থাত পৰিলগৈ। ক'লৈ যাব, কাৰ ওচৰত হাত পাতিবগৈ? নিজৰ মান-সন্মান এটাও আছে। মনত পৰিল মৌজাদাৰৰ কথা। বুঢ়া মৌজাদাৰৰ দিনৰেপৰা এতিয়ালৈকে কিস্তি শোধাবৰ সময়ত পাঁচশ ছয়শ টকা মুখৰ কথাতে নিয়ে থাকে। যোৱাবেলি কঠিয়ালৈ বুলি কলাজহা এদোনো নিছে। মৌজাদাৰকে কোৱা যাওক—তেওঁৰ পৰাই দুৰস্তামান ধান আনি কোনোৰকমে কেইদিনমান চলাৰ ব্যৱস্থা কৰা যাওক বুলি মৌজাদাৰৰ ঘৰলৈ বুলি খোজ ললে।

মেধি মৌজাদাৰৰ ঘৰ পালেগৈ। মৌজাদাৰ তেতিয়া ভিতৰ চ'ৰাত। মেধি অহাৰ বাতৰি পাই ওলাই আহিল। মাত দিলে—"কি হ'ল মেধি?" "কি হ'ব আৰু মৌজাদাৰ বোপা, শুনা নাই জানো?" "শুনিছো, সকলো শুনিছো, এতিয়া মই কি কৰিব লাগে—" "কি কৰিব লাগে মানে, দিন নাযায় নুপুৱায় হৈছে। আনৰ কৰলৈকো লাজ লাগে। ধান দুৰস্তামান দিয়া। কোনোৰকম কেইদিনমান চলো।" "ওঁ—আপোনাক ধান দি সহায় কৰি মই নিজে মৰিম নে? আপোনাক সহায় কৰা দূৰৰ কথা। আপুনি এসপ্তাহৰ ভিতৰত সম্পূর্ণ খাজনা আদায় দিব লাগে। নহলে মাটি নিলাম, ঘৰ কোৰোকি—আপুনি আহিল ভালেই হ'ল। মই টেকেলা পঠিওৱাৰ কথাই আছিলো। খাজনা আদায় নটিচখন নিজেই লৈ যাওক।" এই বুলি নটিচখন দি মৌজাদাৰে মেধিক বিদায় দিলে। মেধিয়ে হা-হুমুনিয়াহ কাঢ়ি তলমূৰ কৰি ঘৰলৈ উভতিল। ভাবিছে শ্রীবৎস ৰজাও বাটৰ ভিকহু হৈছিল—হৰিশ্চন্দ্ৰও শ্মশানৰ চাণ্ডাল হৈছিল। আমি সামান্য নৰমনিষ। মহাপ্রভুৱে যেনিয়ে যেনেকৈ নিয়ে তেনেকৈ চলিব লাগিব। তাৰ বিনে গতি নাই। ভাবি চিন্তি আহি আছে। পদূলিৰ মুখৰ পৰা ঘৰৰ চোতালৰ কাণ্ড-কাৰখানা, হৈ-চৈখন। উধাতুখাই আহি চোতালত থিয় হ'লহি। কি হ'ল এইখন? শাড়ী-মটৰ, চিপাহী-চপৰাচী, ধৰফৰ-খাৰফাৰ—আকৌ কি বিপদ? ভয়ৰ চাপি চকুৱালে চোৱাই

চৰকাৰী বিষয়াজন— ষ্ট্ৰেচাৰ এখনত মূৰত বান্ধ এটা লৈ পৰি আছে। মাটিত তেজৰ ডোঙা। ভু-ভা লৈ গম পালে সেইদিনা ট্ৰাক এখন লৈ মেধিৰ ভঁৰালৰ পৰা ধান নিবলৈ বুলি আহিছিল। তলা খুলিবলৈ বুলি গিৰিপ্ কৰি গাধৰিত উঠোঁতেই কিবা এটা বিজুতিত বাগৰি পৰি মূৰত বেয়াকৈ আঘাত পালে। এতিয়া জিলা ডাক্তৰ-খানালৈ নিয়াৰ ব্যৱস্থা কৰিছে। মেধিয়ে ষ্ট্ৰেচাৰত পেলাই থোৱা বিষয়া গৰাকীৰ ওচৰত থিয় হ'লগৈ। বিষয়াই মেধিৰ হাতখন সাৱটি ধৰি সেহাই সেহাই মাত দিলে—"মেধি এইটো আপোনাৰ ভঁৰালৰ চাবি লওক। আপোনাৰ ভঁৰাল আপোনাক গতালো আৰু এইকিটা টকা ৰাখক। নামঘৰত এখন শৰাই দিব!" "নালাগে, নালাগে বোপা। শৰাইখন ময়েই দিব পাৰিম। তুমি জানো পোনাৰাম মাষ্টৰৰ ল'ৰা নোহোৱা?" "নহয় মেধি, টকা কেইটা ৰাখক— নেৰাখিলে বেজাৰ পাম"—এই বুলি মেধিৰ হাতত টকা কেইটা গুজি দিলে। লগে লগে বাকী বিলাকে ষ্ট্ৰেচাৰখন ডাক্তৰী গাড়ীত তুলি জিলাৰ ডাক্তৰখানালৈ বুলি ৰাওনা কৰিলে।

সন্ধিয়াৰ এন্ধাৰ নামি আহিল। মেধিয়নীয়ে গা তিয়াই চাকি-বাতি জ্বলাই ভঁৰালৰ আগচোতালখন গোবৰ-পানীৰে মচি আগলি কলাপাত এখনত চাকিগছ জ্বলালে, মেধিয়ে মুখ-হাত ধুই ভঁৰালত সেৱা এটি জনাই, ভিতৰ সোমাই চাবিখনত বহি, কীৰ্ত্তনখন উলিয়াই গালে—

"পৰমানন্দ কৰা কৃপা ভৃত্যক সম্প্ৰতি
তুমি বিনে নাই আন গতি।"

# কচুত ভাঙিলো মই কাচি

শ্ৰীবিজু হাজৰিকা

একোটা সাধাৰণ ঘটনায়ো মানুহৰ চৰিত্ৰত চেকা লগাব পাৰে। ঘটনাটো ঘটি যোৱাৰ পিছত কথাটো নহয় বুলি প্ৰতীয়মান কৰিবলৈ হাজাৰ চেষ্টা কৰিলেও তাক প্ৰমাণ কৰি দেখুৱাৰ কোনোপধ্যে উপায় নাই। কথাটো বুজাবলৈ গলে মন দি শুনিবও, "হয় দিয়ক, কোনো কথা নাই, এনে হ'ব পাৰে' বুলি হুকাৰো ধৰিব—অথচ বৰ বেয়া কাম এটা যে কৰি পেলালোঁ তাক সমালোচনাও কৰিব।

কথাটো আচলতে খুদ খাই পেট নষ্ট কৰাৰ দৰে কথা। মাংসৰ আঞাত মহানিমৰ পাত পেলাই দিয়াৰ দৰে কথা। বোলে আঞাখন অসম্ভৱ সোৱাদ হৈছিল; কিন্তু নিমখ দিবলৈ পাহৰিলে। অৰ্থাৎ অকণমান নিমখৰ কাৰণে গোটেইখন আঞা নষ্ট হৈ গ'ল। মোৰো তেনে হৈছিল। মাছ, মাংস, কণী, মাখন খাই পেটটো নষ্ট হ'লে ভালেই; কিন্তু আচলতে নষ্ট হ'ল কেইটামান পিলগুটি মিহলোৱা আহু ধানৰ খুদ খাই।

আন্দোলনৰ সময়ৰ কথা। তেতিয়া দেশত মিছা কথাৰ মহা পয়োভৰ। যিয়ে যিমান মিছা কথা কব পাৰে, যিয়ে যিমান আনৰ অন্যায় কৰিব পাৰে, তাৰেই জয়জয় ময়ময় অৱস্থা। ধানৰ বেপাৰী, গৰু বেপাৰী, মাছ বেপাৰী আদি বিধায়ক হৈ বিধাতাৰ কাম কৰি মানুহক নগৰ-নাগতি কৰাৰ দিনৰ কথা। হঠাৎ খবৰ পালোঁ—হুমবীয়াৰ মোৰ বাইদেউৰো বৰ বিপদ। খবৰ এটা ভয় লাগে। বিপদ মোৰো। খবৰৰ কাকতত আমাৰ ঠাইখিনিৰ নাম উঠা নাই কাৰণে মানুহে ভাবে আমাৰ বিপদ নাই। কিন্তু আমিও বিদেশী আৰু চৰকাৰী স্বদেশীৰ ভয়ত কিমান বাতি যে হ'ৰৰ

বাহত লুকাই আছিলো, কুঁহিয়াৰ তলীৰ মাজেৰে পেট চুচৰি যাওঁতে কিমান যে নাকে-মুখে ময়লা একাকাৰ হৈছিল তাৰ পাট্টা নাই। কিন্তু বাইদেউৰ ইয়াতকৈ বেছি গুৰুতৰ বিপদ। ভিনদেউ শয্যাগত, বাইদেউ মূৰ্চ্ছা—ভাগিন দুটা নিৰুদ্দেশ।

আজি-কালি নিৰুদ্দেশ মানেই মৃত। আগৰ দিনত নিৰুদ্দেশ মানে অওহী-বওহী মানুহৰ ঘৰত লুকাই থাকি, মাছে-মঙহে পেট ভৰাই খাই আৰাম কৰি থকা। কিন্তু আজি-কালি নিৰুদ্দেশ মানে মেটেকাৰ তলত লুকাই থাকি স্বৰ্গগামী হোৱা। গতিকেই ভাগিন-হঁতৰ নিৰুদ্দেশত বাইদেউ মূৰ্চ্ছা যোৱাটো অতি স্বাভাৱিক।

অ'টোৰিক্সা এখন লৈ স্ত্ৰী সহিত যাত্ৰা কৰিলোঁ। ঘৰ পাই দেখো যে বাইদেউৰ অৱস্থা ভাল। ভাগিনদ্বয় ঘূৰি আহিছে। আচলতে তেওঁলোক বৰ বেছি দূৰলৈ নিৰুদ্দেশ হবলৈ যোৱা নাছিল। ওচৰৰে হাবি এখনত চৰকাৰী টেকেলাৰ কোবত তৎ নাপাই লুকাই আছিল। পিছে জোক, সাপ আৰু মহৰ ভয়ত বৰ নোৱাৰি আকৌ ওলাই আহিছে। বাইদেউৰ মূৰ্চ্ছা ভাঙিছে— ভিনদেউৱে শয্যা ত্যাগ কৰিছে। আমিও গৈ পোৱাত বৰ ভাল পালে। আমাৰো খবৰ-বাতৰি ললে। ভাত-পানী ৰান্ধি খুৱালে। থাকিবলৈ জোৰ দি ধৰিছিল। নাথাকিলো। আমাৰো বিপদৰ কথা কোৱাত বৰ জোৰ নিদিলে।

ঘূৰি আহোঁতে বকোৰ পথুলি বজাৰত দুটা কুকুৰা চৰাই কিনিলোঁ। পৰিয়ালে বৰ ইচ্ছা কৰিলে; বোলে ইয়াত মুৰ্গী বৰ সস্তা। গাৱঁৰ মানুহে বিকিবলৈ আনে, খাটি মুৰ্গী। লব লাগে। কথাটো হয়, চহৰত মুৰ্গী বেপাৰীবোৰ অতি ধূৰন্ধৰ। ওজনত বিক্ৰী কৰে। ধান আৰু শিলগুটি খুৱাই ওজন বঢ়ায়। একবিলো ওজনৰ মুৰ্গীটো কাটি-কুটি উলিয়ালে পাঁচশ গ্ৰাম মানহে থাকেগৈ। সিও শুকান। বজাৰত থকা বস্তুৰ সোৱাদ নাই। তেওঁৰ অধিক ইচ্ছাক যাদৰ্য়ত জনাই অটোৰাক্সা আৰু মই নিজে নামি লৈ মুৰ্গী

বেচিবলৈ অনা তিৰোতা জনীৰ লগত দাম-দৰ কৰি কৰি মুৰ্গী দুটা পয়ত্ৰিশ টকাত কিনিলো। লাভ হৈছে। প্ৰায় তিনি কিলো মান ওজন হ'ব মক্‌মকীয়া হৈ আছে। বৰ্‌ঢ়া অতি মৰম লগা। এটা শুধ বগা, আনটো মিচ্‌মিচ্‌ কৰে ক'লা। যেন— কলী-বগী। আফ্ৰিকান আৰু আমেৰিকান মেম।

বাটতে বিজয় নগৰত মোৰ বন্ধু এজনৰ ঘৰত সোমাই চাহ পানী খালো। তেওঁলোকৰ ঘৰৰ পৰা ওলাই আহি বহিবলৈ লওঁতে অটোৱালাই ক'লে ঃ দাদা মুৰ্গী এটাই কণী পাৰিছে। হুলস্থুল এটা লাগি পৰিল। শ্ৰীমতীয়ে ক'লে ঃ নাধাওঁ, নাধাওঁ, ইয়ঁতক পুহিম দেই। আই ঐ দেহি ইমান মৰম লাগে। চাওক, মই কিমান ভাল কাম কৰিলোঁ। আপুনিতো কিনিবই নুখুজিছিল। ইত্যাদি ইত্যাদি ধৰণে তেওঁ আনন্দত জপিয়াই থাকিল। তেওঁ—যেন নিজৰ জীয়েকৰ নাতি এটাহে উপজিছে, যেন সাধুকথাৰ সোণৰ কণী পৰা সেই ৰাজহাঁহটোহে পাইছে—এনে আনন্দত গা সাতখন-আঠখন লগাইছে।

অটো চলিল। বায়ু বেগে অটো চলিল। গাড়ী চলি থকা অৱস্থাত অটোৱালাই কিছুমান কাহিনী শুনাই গ'ল। তেওঁৰ গাড়ীত হেনো কেবাবাৰো এনে ঘটনা ঘটিছে। এবাৰ হেনো এটা হাঁহেও কণী পাৰিছিল। এবাৰ হেনো পাৰ এজোৰেও কণী পাৰিছিল। আৰু কতজনী তিৰোতাই যে তেওঁৰ গাড়ীতে প্ৰসৱ কৰিছে—হাস্পাতাল পোৱেই নাপায়। গতিকে তেওঁৰ গাড়ীখন লাকী গাড়ী। টিপাবেট পুৰি পুৰি তেওঁৰ কথাবোৰ শুনি গৈছো। লং ড্ৰাইভত ড্ৰাইভাৰৰ মেলা শুনি বৰ ভাল লাগে। মাথোঁ তেওঁলোকৰ কথাত হুকাৰ দিবলৈ জানিব লাগিব। শ্ৰীমতী যে অধৈৰ্য্য। অটোখন উৰি গলেই যেন ভাল পায়। কাৰণ সোনকালে মুৰ্গী দুটাৰ কাৰণে খোৱাৰ ঠিক পত্ৰাল ঠিক কৰিব লাগিব। এটাই কণী পাৰিছে যেতিয়া ইটোৱেও পাৰিব। বুবু, ছুবুহঁতে যে কিমান ভাল পাব— মুৰ্গী দুটা দেখিলে। তেওঁ

কল্পনাত চকু মুদি দিলে। ভাল অৱশ্যে মোৰো নলগা নহয়; কাৰণ কিনাৰ লগে লগে কণী পৰা মুৰ্গী অতি ভাগ্যবান। খুব কম লোকৰ ভাগ্যতহে এনে ঘটে। মানুহে মুৰ্গী কিনি নি মাহকে মাহ ধৰি পোহে— কণী নাপাৰে। আৰু কত লোকৰ মুৰ্গী মতা হৈ পেটলৈ গুচি যায়। কত লোকৰ মুৰ্গী শিয়াল পণ্ডিতৰ ভোজ হয়।

যথা সময়ত ঘৰ পালোহি। বেচেৰা অটোৱালাইও প্ৰাণ-পণে চেষ্টা কৰি ক'তো আঘাত-ব্যাঘাত নোহোৱাকৈ গাড়ী পৌছাই দিছে। তেওঁক ভালদৰে চাহ পানী খুৱাই, ভাড়া দি বিদায় দিলোঁ। ল'ৰা-ছোৱালী কেইটাইও মুৰ্গী দুটা দেখি একেবাৰে জপিয়াবলৈ ধৰিলে। সিহঁতে লগে লগে নামো ৰাখিলে বুৰী আৰু জুলি। সিহঁতে কণীটো মাকৰ ভেনিটী বেগতে ৰাখিব খুজিলে। এবাৰ বাকচত, এবাৰ আল-মাৰীত ৰখাৰো প্ৰস্তাৱ দিয়া হৈছিল। এবাৰ গাৰুৰ তলত ৰখাৰো প্ৰস্তাব দিয়া হৈছিল—পিছে মোৰ দ্বাৰা আটাইবোৰ প্ৰস্তাৱ নাকচ কৰা হ'ল। আৰু কণীটো সিদিনাৰ কাৰণে ফুল তোলা কুকিত ৰখা হল। মুৰ্গী দুটা বেতৰ মুঢ়াৰ তলত।

একোটা সময়ত একোটি সাধাৰণ বস্তু মানুহৰ মনত মূল্যবান হৈ দেখা দিয়ে, আতোলতোলৰ বস্তু হৈ পৰে। কিন্তু সময়ৰ ব্যৱ-ধানত ইয়াৰ মূল্য কমি যায়; অথবা স্বাদ হেৰাই যায়।

পিছদিনা ৰাতিপুৱাই উঠি আমি আটায়ে কেৱল কুকুৰা দুটাক লৈয়েই ব্যস্ত হ'লো। মই চাহপাতৰ বাকচ এটা আনি গড়াল এটা সাজিলো। তাতে খেৰ জাবৰ পাৰি দি মুৰ্গী দুটাক সুমুৱাই থলোঁ। সিহঁতে তাতে কিছু সময় খচ্ মচ্ কৰি আকৌ বাহিৰলৈ ওলাই আহিল। বাহিৰত পোক-পৰুৱা, মাটি-খুদ-ধান আদি খুচৰি খাই আকৌ গড়ালত সোমাল। দুপৰীয়া একমান বজাত সিহঁতে কক্-কক্ লগালে। অলপ পিছতে সিহঁত আকৌ ওলাই গ'ল। খুমুহা বতাহৰ পিছতে আমৰ গছৰ তললৈ দৌৰি গৈ পকা আম বিচাৰি অনাৰ দৰে আমিও দৌৰি গৈ গড়ালৰ পৰা কণী উলিয়াই আনিলো। আহা— হা— কি যে স্ফুৰ্ত্তি, —স্ফুৰ্ত্তিকে দুনীয়া হাই! দুয়োটাই কণী পাৰিছে।

ইয়াৰ পিছত আমাৰ যেন আৰু পৃথিবীত কোনো কামেই নাই। নোহোৱাৰ ঘৰত ছলি হোৱাৰ দৰে— কুকুৰা আৰু কণীক লৈয়েই ব্যস্ত। মই বজাৰত চাউল কিনিলেও যিটো চাউলত বেছি ধান আছে— সেই বস্তাহে কিনি আনো। পুৱা আৰু গধূলি ডলা খনত চাউল লৈ— মোৰ যেন ধান বচাই কাম। শ্ৰীমতীয়ে ভাত খাওঁতে, চাহ খাওঁতে আৰু কিবা এটা খাওঁতে তেওঁবো যে অলপ অলপ এৰাই কাম! মুৰ্গী দুটা যেতিয়া ওচৰলৈ আহি চাউলৰ মাজত পোৱা দলিয়াই দিয়া ধানবোৰ খায়, বৰ ভাল লাগে। তেৱোঁ কেতিয়াবা আধাখোৱাকৈ উঠি আহি পাতৰ এমুঠি ভাত দলিয়াই দিয়াত সিহঁত দুটাই যেনেকৈ ঠহ্ ঠহ্ কৈ গিলিবলৈ ধৰে—চায়েই যে কি তৃপ্তি! আৰু আমাৰ বুবু-ডুবুহঁতৰ কেৱল কেচু-কুমতি বিচৰাই কাম!

লাহে লাহে কণীৰ সংখ্যা বাঢ়ি পয়চল্লিশটা হ'ল। কণী কেইটা মৰমতে যেন কোনোৱে খাবই নোখোজে। যেন সোণৰ কণী! চাই চাই হেপাহ নপলায়। বুবু আৰু ডুবুৱে কলে যে সিহঁতে কণীৰ পৰা কেনেকৈ পোৱালী হয় তাক দেখা নাই। গতিকে কণী কেইটাৰ পৰা পোৱালি জন্মাব লাগে। কথাটো হয়ো, কিছুদিন পিছত মুৰ্গী দুটা উমনিত পৰিল। সিহঁত গড়ালৰ পৰা ওলাবই নোখোজে! শেষত ঠিক হ'ল— এই কেইটা কণী খোৱা যাওক আৰু সিহঁতক উমনি দিবলৈ ফাৰ্মৰ পৰা কণী কিনি অনা হওক।

সেইমতে কাম হ'ল। কুৰিটা কণী ফাৰ্মৰ পৰা কিনি আনি উমনিত দিয়া হ'ল। সেই কেইদিন আৰু আমাৰ শৰীৰত তত নাই। বুবু-ডুবু, আমি পতি-পত্নী, কামকৰা ছোৱালী, মাজনী আটাইৰে শেষৰ কণীৰ পৰা কেতিয়া পোৱালি জন্মিব—তাকে লৈ ব্যস্ত। ল'ৰা দুটাইতো মুৰ্গী দুটা সদায় দাতি চাবলৈ যায়। কথ-মপিহে সিহঁতক বাৰণ কৰা হৈছে।

অৱশেষত বহু অপেক্ষিত টেস্ট ক্ৰিকেট খেলৰ দৰে, বোৱিলী

ৰকেটৰ দৰে, ইংলণ্ডৰ ৰাণীৰ ছোৱালী জন্ম হোৱাৰ দৰে কণীৰ পৰা পোৱালি জগিল। সিহঁতে যেতিয়া পিট্ পিট্‌কৈ মাতিব ধৰিলে— ঘৰখনত আনন্দৰ জোৱাৰ উঠিল। যেন বসুদেৱ-দৈৱকীৰ ঘৰত কৃষ্ণ উপজিল।

কেচু, কুমটি, খুদ-চাউল, পোক-পৰুৱা খাই খাই সিহঁত ডাঙৰ হৈ আহিল। অৱশ্যে আটাইকেইটা পোৱালিয়েই ডাঙৰ নহ'ল। কুৰিটাৰ আঠটা পোৱালিয়ে বুবু-ডুবুৰ ভৰিৰ খচকনিত, কাউৰীৰ ঠোঁটৰ আঁচোৰত, মেকুৰী দেৱতাৰ চোকা দাঁতৰ আগত প্ৰাণ ত্যাগ কৰিলে। বাকী এক ডজন পোৱালিহে লহপহকৈ বাঢ়ি আহিবলৈ ধৰিলে।

পোৱালি কেইটিৰ পাখিৰ ৰঙে, কিচ-কিচ্, পিট্-পিট্ মাতে আমাৰ যেন প্ৰাণ উতলা কৰিলে। পোৱালি কেইটাৰ প্ৰতি মাকহঁতৰ যত্ন, সিহঁতক আধাৰ খুওৱাৰ কৌশল, শত্ৰু পক্ষক আক্ৰমণ কৰাৰ যি তীক্ষ্ণ নজৰ— দেখিলে বৰ ভাল লাগে।

চহৰত চাকৰি কৰা মানুহবিলাকৰ একোটা নিজা নিজা হবী আছে। কোনোৱে তাচ-পাশা-জুৱা খেলি ভাল পায়, কোনোৱে কিতাপ পঢ়ি ভাল পায়, কোনোৱে ফুলনি বাগিছা, কোনোৱে শাকনি বাৰী পাতি ভাল পায়, কোনোৱে আড্ডা মাৰি পৰচৰ্চা কৰি ভাল পায়, কোনোৱে কুকুৰ-মেকুৰী, কোনোৱে গৰু-ছাগলী, হাঁহ-পাৰ, মুৰ্গী পুহি ভাল পায়। এই হবীবোৰক লৈয়েই আজৰি সময় কটাই দিয়ে। আমাৰো শেষত গৈ মুৰ্গী পোহা হবীয়েই হ'ল। মুৰ্গীকেইটাক লৈয়েই আমি ব্যস্ত হৈ থাকোঁ। সিহঁতেও মানুহৰ পোৱালিৰ দৰেই মৰম লগাব জনা হ'ল। চাউলৰ ডলাখন দেখিলেই উৰি আহি হাতত, মূৰত, পিঠিত পৰে।

কেইদিনমান পিছত দেখিলো ডাঙৰ মুৰ্গী দুটা মেজেৰীয়া ৰোগীৰ দৰে জুপুকা মাৰি আছে। দেখি মনটো বেয়া লাগিল। দুয়ো আধাৰ-পানী একো নাখাই অনশন কৰা মানুহৰ দৰে গড়াজত পৰি

থাকিল। মুখেৰে মাত নুকুটা বেমাৰী মাকৰ গাত পৰি যেনেকৈ কেলকেলাই থাকে তেনেকৈ পোৱালি কেইটায়ো মাকহঁতৰ ওচৰত ঘূৰি থাকিল। কিন্তু পিছদিনা ৰাতিপুৱা দেখিলো মাক দুজনী মৰি আছে। আমাৰ ঘৰত বিষাদৰ ছাঁ পৰিল।

যি হওক, পোৱালি কেইটা ডাঙৰ হৈ অহা কাৰণে মাক দুজনীৰ দুখ পাহৰি থাকিলো। কিন্তু কেইদিনমান পিছত দেখিলো আৰু দুটা পোৱালি তেনেকৈ জুপুকা মাৰি আছে। কিছুপৰ জুপুকা মাৰি থকাৰ পিছত সিহঁত দুটাও খতম্। মই মুৰ্গী বিশেষজ্ঞৰ ওচৰ চাপিলো। তেওঁ ক'লে বোলে এইটো চৰাইৰ মহামাৰীৰ দৰে বেমাৰ। মানুহৰ যেনেকৈ কলেৰা লাগিলে এফালৰ পৰা শেষ হৈ যায়— ইয়াৰো এফালৰ পৰা শেষ হৈ যায়। তথাপি তেওঁ ঔষধ দি পঠিয়ালে, বোলে ইয়াৰে কেইপানিমান খুৱাই দিলে কাম দিব পাৰে। ৰোগীৰ অৱস্থা টান দেখিলে যেনেকৈ ডাক্তৰ ঘৰলৈ নাহি ঝিম্বা এটা দি পঠিয়ায়— আৰু ইয়াৰ দ্বাৰাই বুজা যায় যে ৰোগী আৰু নাবাচে। আমাৰো মুৰ্গীৰ ডাক্তৰে আহিবলৈ ইচ্ছা প্ৰকাশ নকৰি ঔষধ দি পঠিওৱাতেই বুজিবলৈ বাকী নাথাকিল যে মুৰ্গী কেইটা সচাঁকৈয়ে আমি আৰু বচাব নোৱাৰিম।

ঘৰ পাই দেখো— আৰু চাৰিটা খতম্। পোহনীয়া জীৱ-জন্তু মৰিলে কান্দিব নাপায় বুলিছে শ্ৰীমতীয়ে কন্দা নাই। আচলতে তেওঁৰ মুখখন কান্দো কান্দো হৈয়েই আছে। তেওঁ দুখ মনেৰেই প্ৰস্তাৱ এটা আগবঢ়ালে যে অৱশিষ্ট কেইটা খোৱাই ভাল। কিন্তু দাতা কৰ্ণই বৃষকেতুক মাৰি মাংস ৰান্ধোতে তেওঁৰ পত্নী পদ্মাই সেই মাংস খাব পাৰিছিলনে ? বোলে কলেৰাত ঘৰখনৰ তিনিটা প্ৰাণী মৰিল—বাকী দুজনতো মৰিবই, গতিকে কোৱাঞ্জেই মাৰি পেলোৱা হওক বুলি জানো মাৰিব পৰা যায় ? আমাৰো তেনে অৱস্থা হ'ল। মাংসৰ খকত মৰা হবোকাৰো আনকি প্ৰতিবাদ কৰিলে— বোলে, সেউতা ভাল নালাগে।

কোৱা বাহুল্য যে এই জুপুকা মৰা বেমাৰত এটি দুটিকৈ মৰি মৰি দুটা অৱশিষ্ট থাকিল। আমি দুখতে ম্ৰিয়মান হৈ থকা অৱস্থাত হৰোকায় ক'লে,—দেউতা এই দুটিয়ো মৰিব পাৰে; গতিকে বিক্ৰী কৰি দিয়াই উত্তম। অন্ততঃ মূলটো আহিব।

আমি সদায় মূলৰ কথা চিন্তা কৰোঁ। দোকান এখন দি নানা বিপৰ্য্যয়ৰ সন্মুখীন হৈ লাভৰ আশা নেদেখিলে, শেষত মূলটো কিবাকৈ বচাব পাৰিলেও সান্ত্বনা লভোঁ। হৰোকাৰ প্ৰস্তাৱটো বেয়া নাপালো। তেঁওঁ বেগ এখনত মুৰ্গী দুটা সুমুৱাই বজাৰলৈ লৈ গ'ল।

মনটো আমাৰ বেজাৰেৰে ভৰি পৰিল। এটা বংশৰ যেন বিলুপ্তি ঘটিল। অশেষ কষ্ট কৰিও বংশটো ৰক্ষা কৰিব নোৱাৰিলোঁ। মৰমৰ জীৱ। এইবোৰ পুহিবলৈ ইচ্ছা কৰাটোও এটা অভিশাপ। মায়াৰ সংসাৰ। স্বাৰ্থপৰ মানৱ। কিন্তু এইবোৰত স্বাৰ্থ আৰু মায়া দুয়ো-টাই বান্ধ খাই আছে কাৰণে আমাক দুখ দিয়ে। হৰোকাই আহি নোপোৱালৈকে কিবা-কিবিবোৰ ভাবি বিষাদিত হৈ থাকিলো।

অলপ পিছতে হৰোকাই ঘূৰি আহিল। মুখত তেওঁৰ গৰ্বৰ হাঁহি। যেন যুদ্ধ এখনহে জয় কৰি আহিছে, যেন কুৰি লাখ টকাৰ চোৰাং আফিংহে বিক্ৰী কৰি আহিল—তেনে আনন্দ আৰু গৰ্বৰ হাঁহি। তেওঁৰ হাঁহি দেখি আমাৰো মুখত হাঁহি খেলি গ'ল। শ্ৰীমতীয়ে আথে-বেথে দৌৰি আহি সুধিলে: হৰোকাই আহিলা, ইমান সোনকালে বেচা গ'ল, কিমান পালা? তিনিটা প্ৰশ্ন কৰিলে। ময়ো মনে মনে সেই কেইটা প্ৰশ্নকেই ভাবি আছিলো। হৰোকাই উৎফুল্লিত হৈ ক'লে: উনত্ৰিশ টকা পালো বাইদেউ। মই পয়ত্ৰিশ টকা কৰিছিলো—নিদিয়ে বাইদেউ।

: সিহঁত ভালে আছেনে? মই সুধিলো।

: ভালে নাই দেউতা, এটাৰ অৱস্থা কাহিল! বেগৰ পৰা উলিয়াই বাহিৰত থওঁতে অলপ জুপুকা মাৰিছেই। সেই কাৰণে বেছি দৰ-দাম নকৰি উনত্ৰিশতে দি দিলো, হৰোকায়ে ক'লে।

তাৰে চাৰিটকা হৰোকাইক দি দিলো ঃ যোৱা তুমি এই চাৰি টকাৰ মিঠাই খোৱাগৈ আৰু ঘৰৰ কাৰণে বাকী পঁচিশ টকাৰ মাছ আনিবা। হৰোকাই সেইখন মোনাকে লৈ কাঁড়পাট যোৱা দি পুনৰ বজাৰলৈ দৌৰ দিলে।

আমি বকৰাণিৰ খেতিৰ দৰে ঘি পালো তাতেই সন্তুষ্ট হ'লো আৰু হৰোকায়ে কিনি অনা কাৰৈ মাছেৰে বগা সৰিয়হৰ চৰচৰি বান্ধি, ভাজি পৰম তৃপ্তিত ভোজন কৰিলো।

কিন্তু অলপ পিছতে তৃপ্তিৰ ভোজন মুখেৰে বমি কৰি উলিয়াই দিব লগা অৱস্থা হ'ল। ওচৰৰে বকৰাহঁতৰ চাকৰটোৱে মোনাত ভৰাই মুৰ্গী দুটা আনি মোৰ আগতে উলিয়াই দি ক'লে ঃ আপোনা-লোকৰ হৰকান্তই বজাৰলৈ মুৰ্গী বেচিবলৈ গৈছিল। মই কিনি নিছিলো। পিছে ঘৰ গৈ পাওঁতেই এটা মৰিল। আৰু এইটো মৰিব কিজানি। আমাৰ চাহাবে কৈছে—বোলে শইকীয়াই জানি-শুনিও বেমাৰী মুৰ্গী কেইটা বিক্ৰী কৰিবলৈ পঠিয়াব লাগেনে? চাহাবে হেনো আপোনাৰ মুৰ্গীবোৰ বেমাৰত মৰা বুলি জানে। এই বুলি কৈ সি গুছি গ'ল। এটা মৰা মুৰ্গী আৰু আনটো মেডিকেলৰ বেমাৰীৰ দৰে কেলধেপ্ কেলধেপ্ কৰি বহি থাকিল। বেমাৰী মুৰ্গীটোৱে মোৰ পিনে চাই যেন কবলৈ ধৰিলে ঃ প্ৰভু ঈশ্বৰ, পিৰিহঁত, শেষ পৰ্য্যন্ত মই ইজ্জত বচাব নোৱাৰিলো। ধাচ কৰে পৰি সিও মৰি থাকিল।

বকৰা আমাৰ অফিচৰে লোক। একেলগে চাকৰি কৰো।

ফাট দিয়া বসুমতী পাতালে লুকাওঁ। মোৰ আৰু অন্য উপায় কি আছে?

## তেওঁৰ ছাগলী

শ্ৰীদুৰ্গেশ্বৰ শৰ্মা

বিয়াৰ কুৰি বছৰৰ মূৰত যেতিয়া পৰিবাৰৰ এটি সন্তান উপজিল, তেওঁৰ সেই সন্তানক কোলাত লৈ পিপৰাই খাব আৰু মৰত লৈ ওকণীয়ে খাব' এনে ভাব হ'ল। তাতে সন্তানটি যেতিয়া ল'ৰা হৈ উপজিল তেতিয়াতো তেওঁ হাঁহিবই নে নাচিবই, কবলৈ মোৰ ভাষাই' নাই।

ময়ো যে বেয়া পাইছিলো এনে নহয়। হেজাৰ হওক বংশটো ৰক্ষা পৰিব। কিন্তু বংশ ৰক্ষা পৰাতকৈয়ো আন এটি দৃষ্টি কোণৰ পৰাহে ল'ৰাটি ওপজাত মই সন্তোষ লাভ কৰিছিলো। বিয়াৰ কুৰি বছৰ পিছলৈকে যেতিয়া এটিও সন্তান ওপজা নাছিল তেতিয়া মোক দেখিলে ওচৰ-চুবুৰীয়া বুঢ়াহঁতে পেংলাই কৰি কৈছিল —কতা আপদীয়াটো ক'ৰবাত দেখিলেই যাত্ৰা নাস্তি। এইটো ইয়াৰ পৰা গুছিও নাযায়। তিৰোতাজনী ঠিকেই আছে। গায়ে-পায়ে, ডাঙৰে-দীঘলে, শকতে-আৱতে তিৰোতাজনী সাইলাখ লখিমী। এইজনী তিৰোতাৰনো সন্তান নোহোৱাকৈ থাকিব পাৰেনে? হতচিৰি হোৱা পুৰুষটোৰহে কিবা লেঠা আছে। কিৰপণৰ চূড়ামণি, বেজ-জানীক দেখুৱাই দৰব পানীও নাখায়। আমি বাপেকে এপাল লৰা-ছোৱালীৰ জন্ম দিলো। এতিয়া খুৱাব-পিন্ধাব নোৱাৰিহে তিৰোতাৰ গালি-গালাজ খোৱাত পৰিলো। পুৰুষসকলৰ সমান্তৰাল-ভাবে তিৰোতাসকলেও কৈছিল— নহয় নহয়, পুৰুষজন ঠিকেই আছে! পুৰুষ জনক কোনে পেলাব? তিৰোতা জনীৰহে কিবা লেঠা আছে। মখিনীয়ে লঙ্ঘিব পাৰে; কোনোৱাই দৰব-জাড়িও কৰিব পাৰে নাইবা আগতে আনৰ লগত থকা আন কিবা লেঠাৰ

পৰা এই নতুন লেঠা লাগিব পাৰে। নেদেখিছানে ঘিউ-মাখন খাই খাই তিৰোতাজনী কেনে লোদোৰ-পোদোৰ জনী হৈ পৰিছে ?

ওচৰ-চুবুৰীয়াই খিয়েই নকওক লাগে মই তেওঁলোকৰ কথাত সমূলি উত্তেজিত হৈ পৰা নাছিলো। কিন্তু এটি কথাই মোৰ মনত বৰ আঘাত দিছিল। সেই আঘাতৰ বিষ বেদনা সন্তানটি ভূমিষ্ঠ নোহোৱা পৰ্য্যন্ত মই মূৰ পাতি বহন কৰিছিলো। মাঘ বিহুৰ উৰুকাৰ নিশা যেতিয়া গাৱঁৰ ডেকাহঁতে মোৰ পদুলিমুখত ভীমদৰ্পে অৱস্থান কৰি হাঁহি-খিকিন্দালি কৰিছিল আৰু কৈছিল— "সন্তান জন্ম দিব নোৱাৰিলে তিৰোতা বিয়া কৰিব নালাগে। আমি বজা-বাজীক দেখি পৰীক্ষা দিবলৈ গ'লে পৰীক্ষাত ফেল মাৰো, চাকৰি বিচাৰি গ'লে চাকৰি নাপাওঁ। এনেকুৱা কুলক্ষণীয়া লোক থকাতকৈ চুৱা কলহ ডিঙিত বান্ধি আন ঠাই নাপালে পুষ্পভদ্ৰাত পৰি জীৱন পাত কৰিব লাগে। বজা-বাজীৰ আকৌ ধনৰ আক্ৰোশটো নোচোৱা কিয় ? এটকা চান্দা দিলেই গাৰ মঙহ কাটি দিয়া যেন পায়। মৰিবৰ দিনাখন টকা-পইচাবোৰ লগত লৈ যাব নহয়। আৰ্জিব খৰা শিয়ালে ভোগ কৰিব বাব গোপালে।"

এনেবোৰ কথা শুনি মোৰ মনটো বিষাদেৰে ভৰি পৰিছিল। ভাবিছিলো এই বিলাকৰ হাতত আমাৰ সংস্কৃতিৰ অৱৰক্ষণৰ দায়িত্ব দি আমি নিঃপালি দি শুই আছোঁ। কিন্তু এওঁলোকৰ কাণ্ড কাৰখানাই আমাৰ সংস্কৃতিৰ মৰ্যাদা আৰু পবিত্ৰতাক নষ্ট কৰিয়েই এৰা নাই, আন সংস্কৃতিৰ আগত আমাৰ সংস্কৃতিক হেয় আৰু ৰুচি-বিবৰ্জিত কৰিছে। এওঁলোক সংস্কৃতিৰ কলংক। দুষ্কৃতিৰ বাৰ্তা বাহক। এওঁলোকৰ বিৰুদ্ধে মাৰ বান্ধি থিয় দিয়া সকলো সংস্কৃতি আৰু ৰুচিপৰায়ণ লোকৰে উচিত কাৰ্য। এই দায়িত্ব কান্ধ পাতি লবলৈ কোনো লোকেই আগবাই নাহে। সকলো লোকেই নিজক লৈয়েই ব্যস্ত। আধুনিক সভ্যতাই মানুহক আত্মকেন্দ্ৰিক হবলৈ শিক্ষা দিছে। আধুনিক শিক্ষা আৰু সংস্কৃতিৰ এইটোৱে

চৰম ব্যৰ্থতা। কিন্তু এই ব্যৰ্থতাৰ মুখামুখি হোৱাৰ সময় সমাগত।

গতিকে আন কাৰণে নহ'লেও এই অতপালিৰ হাত সৰাৰ আশা দেখি, লৰা পোৱালিটি জন্ম হোৱাত মই যে আনন্দ পাইছিলো তাত বিন্দু মাত্ৰ সন্দেহ আৰু শংকাৰ ভাব নাছিল। কিন্তু এটি কথাইহে এই হৰিষত বিষাদ মিলাইছিল। লৰাটি ভূমিষ্ঠ হৈয়ে কোৱা-কোৱাকৈ যি কান্দোন আৰম্ভ কৰিলে, কাতিমহীয়া সঁতাৰ দৰে সেই কান্দোন বন্ধ হোৱাৰ আজি তিনি মাহে কোনো লক্ষণেই দেখা নগ'ল। ইমান দিনে নিৰিবিলি পৰিবেশৰ লগত জড়িত গোটেই ঘৰ খনকে যেন এজাক কাউৰীৰ কৰ্কশ আৱাৱে অতিষ্ঠ কৰি তুলিলে। লেখা-পঢ়া কৰি এক বিশেষ আনন্দ লাভ কৰা মোৰ কাৰণে এই পৰিস্থিতি বৰ অসহনীয় হৈ পৰিল। মোৰ মনৰ অৱস্থা বুজিব পাৰি মহেশ্বৰ কবিৰাজে ক'লে—"জন্মৰ পিছত লৰা-ছোৱালীয়ে কান্দেয়েই। আপুনি চিন্তা নকৰিব। ইয়াৰ ফলত ল'ৰাটিৰ হাওঁফাওঁ শক্তিশালী হব। মই আপোনাৰ লৰাটিৰ এটি দোষ দেখিছোঁ। সি অত্যন্ত দুৰ্বল। খোৱা-বোৱাতো তাৰ ৰুচি নাই। বোধহয় সি মাকৰো গাখীৰ নিয়মমতে নাপায়। এতেকে তাক আন গাখীৰ খুৱাই শান্ত কৰিব লাগিব। এজনী খিৰতী ছাগলী যদি আপুনি কিনিব পাৰে ল'ৰাটিৰ মহৎ উপকাৰ কৰা হ'ব। কেচুৱা ল'ৰা-ছোৱালীৰ বাবে ছাগলীৰ গাখীৰ বৰ পুষ্টিকৰ খাদ্য। বিশেষতঃ এই সময়ত সন্তানৰ মাকেও ছাগলীৰ গাখীৰ খালে তেওঁৰ দুগ্ধ-স্ৰোত বৃদ্ধি পাব পাৰে। কথাটো আপুনি মন কৰিবছোন।"

পানীত পৰা মানুহে খেৰ-কুটাকে জীৱন ৰক্ষাৰ মাধ্যম বুলি ভবাৰ দৰে মোৰ দৰে বিপদগ্ৰস্ত এজনৰ কাৰণেও মহেশ্বৰ কবিৰাজে অযাচিতে দিয়া উপদেশ কেৰা অমূল্য সম্পদ যেন লাগিল। এনেয়ে হলে মহেশ্বৰ কবিৰাজক মই বিশেষ গুৰুত্ব নিদিওঁ। গধূলি হলে তেওঁৰ ধন্বন্তৰী ঔষধালয়ত বহি আড্ডা দিয়া আৰু তেওঁক বিভিন্ন ধৰণে ঠাট্টা-মস্কৰা কৰা মই আৰু মোৰ বন্ধু মহলৰ দৈনন্দিন

সাদ্ধ্য ক্রিয়া । আমাৰ কথা শুনি কবিৰাজক কোনো দিনে উত্তেজিত হোৱা দেখা নাছিলো, বৰং তেওঁ নিৰ্বিকাৰ চিত্তে আমাৰ কথা শুনিছিল আৰু ওপৰৰ পাৰীৰ উচলা বহল আগদাঁত তিনিটা উলিয়াই মুখ টিপি টিপি হাঁহিছিল আৰু থৰঙা গোঁফ কোছা বাওঁহাতেৰে মোহাৰিছিল আৰু নিবিচাৰিলেও স্বাস্থ্য সম্পৰ্কে ইটো-সিটো উপদেশ দিছিল ।

সেই মহেশ্বৰ কবিৰাজকে মই এদিন গুৰুত্ব দিলো আৰু তেওঁৰ উপদেশ মতে এজনী খিৰতী ছাগলী কিনিলো । ছাগলীজনী আনি দিছিল মোৰ ঘৰতে দিন হাজিৰা কৰা দিলপুৰ আলীয়ে । নোদোকা ছাগলীজনী তাইৰ দুটা লহং পহং পোৱালিৰে সৈতে মোৰ ঘৰলৈ আহি যেতিয়া পিৰালিত শুই পৰিছিল, সিহঁতক দেখিয়েই মোৰ খুব ভাল লাগিছিল । পোৱালি দুটিয়ে জপিয়াই জপিয়াই শুই থকা মাকৰ ওপৰত উঠিছিল । বোধহয় সিহঁতৰ ভাব হৈছিল—এইখন সিহঁতৰ বহুদিনীয়া চিনাকি ঘৰ । ইয়াত ভয় কিম্বা শঙ্কাৰ কাৰণ নাই । তাতে সিহঁতৰ মাকে যেতিয়া ইমান নিঃসংকোচে পিৰালিত শুই পৰিছে, সিহঁতে জপিয়াই আনন্দ কৰাত সংকোচ কৰিব কিয় ? সিহঁতৰ আনন্দ দেখি দিলপুৰে কৈছিল—"সিহঁতৰ আনন্দৰ পৰাই ধৰিব পাৰি এইখন সিহঁতে ভাল পাইছে । তথাপি সিহঁতৰ মাকক মজিয়াৰ মাটিৰ লগত লোণ আৰু চাউল অকণ মিহলাই খুৱালে সিহঁতে ঘৰখনৰ মৰম আৰু স্নেহ পাহৰিব নোৱাৰিব ।" দিলপুৰে আৰু কৈছিল— "বিদ্বান সকলে ক'লেও আমি বিশ্বাস নকৰো, পশু কেতিয়াও জ্ঞানশূন্য নহয় । সিহঁতৰো জ্ঞান আছে, বুদ্ধি আছে, মৰম স্নেহ আছে । কেতিয়াবা বাট ভুল কৰিলেও মৰম স্নেহ আৰু বুদ্ধিয়ে সিহঁতক এইখন ঘৰলৈ লৈ আহিব । গোন্ধেৰেই সিহঁতে ঘৰ চিনি পায়, বাট-পথ ধৰিব পাৰে । সেই কাৰণে সিহঁতক মজিয়াৰ মাটি খুৱাব লাগে ।"

দিলপুৰৰ কথাত মই বৰ গুৰুত্ব দিয়া নাছিলো । কিন্তু এটা কথাত মই বৰ আশ্বস্ত হৈছিলো যে ছাগলীজনীৰ নিশ্চয় গাখীৰ

আছে, ন'হলে তাইৰ পোৱালি কেইটা ইমান হৃষ্ট-পুষ্ট হ'ব কেনেকৈ ?

দিলপুৰে কৈছিল— "ল'ৰাটিৰ ভাগ্যৰ ফলতহে ছাগলী জনী পাইছে। মানুহজন অভাৱত নপৰিলে নিশ্চয় এনে এজনী ছাগলী বিক্ৰী নকৰিলেহেঁতেন। বিশেষতঃ বাৰিষা গাঁৱত ছাগলী-গৰু ৰখা বৰ টান কাম। খেতি নষ্ট কৰিলে খেতিয়কে গালি-গালাজ কৰে। এৰাল দিবলৈকো ঠাইৰ নাটনি, শস্য উৎপাদনৰ কাৰণেই আমাৰ মাটিৰ অভাৱ। কোনে আকৌ গৰু-ছাগলীৰ কাৰণে ঘাঁহ কৰবলৈ মাটি পাব ? গতিকে নিৰুপায় হৈ গাৱঁৰ মানুহে মনৰ ধিক্কাৰত প্ৰয়োজনীয় গৰু-ছাগলীও কেতিয়াবা বিক্ৰী কৰি জঞ্জালৰ হাত সাৰি অভাৱ-অনাটনকে মুৰত তুলি লয়। ছাগলীজনী ভালকৈ ৰাখিব। খাবলৈ বন-পাত দিব। তাই নিশ্চয় দিনে এক লিটাৰ গাখীৰ দিব। তাৰে পোণাকণৰ দিনটোৰ গাখীৰ হ'ব।"

দিলপুৰে যেতিয়া কৈছিল ছাগলীজনীৰ গাখীৰ ওলাব, শুনিয়েই মোৰ ভাল লাগিছিল। কিন্তু যি জন মানুহে বাধ্যত পৰি ছাগলী জনী বিক্ৰী কৰিছিল তেওঁৰ কথাটো ভাবিহে মোৰ খুব বেয়া লাগিছিল। মই ভাবিছিলো ছাগলীজনী ফিৰাই দিওঁ। কিন্তু ফিৰাই দিলে তাইৰ পূৰ্বৰ মালিকৰ মূৰত আৰু এটা নতুন সমস্যা জাপি দিয়া হ'ব। ছাগলী যিমানেই ভাল নহওক কিয় সিহঁত পৰৰ বাৰীত সোমাবই। ফলত তাইৰ মালিকে খাব লাগিব গালি-গালাজ, শাও-শপনি। এই কথা ভাবি ছাগলীজনী ফিৰাই নিদিয়াটোকে মই সিদ্ধান্ত কৰিলো। তথাপি এটি কথাই বাৰে বাৰে মোৰ হৃদয় খুলি খুলি খাবলৈ ধৰিলে। মোৰ মনৰ দাপোণত ভাঁহি উঠিল এটি ঘটনাৰ ছবি। এদিন ভক্তি ধৰ্মৰ প্ৰচাৰক কৰিছে এটি কুকুৰা চৰাই হাটত বিক্ৰী কৰিবলৈ গৈছিল। বাটত তেওঁ লগ পালে এজন অতি দুখীয়া মানুহক। কিন্তু কৰিবো ধনী নাছিল। ধনী হোৱা হ'লে হাটলৈ তেওঁ মাথোন এটি কুকুৰা চৰাই বিক্ৰী কৰিবলৈ নগ'লহেঁতেন। ইফালে তেওঁৰ পৰিয়ালৰ লোকসকলে কুকুৰা চৰাই

বিক্ৰী কৰি কৰিবে চাউল-পাত আনিব বুলি আশা পালি আছিল। কিন্তু দুখীয়া মানুহজনৰ দুখত কবিৰৰ হৃদয় পমি গ'ল। তেওঁ কুকুৰা চৰাইটো বিক্ৰী নকৰি মানুহ জনক দি শুদা হাতে ঘৰলৈ ঘূৰি আহিল। ঘৰৰ আটাইয়ে তেওঁৰ কাণ্ড দেখি অবাক। তেওঁ মাথোন ক'লে, "ঈশ্বৰে আজি আমি লঘোণে থকাটো বিচাৰিছে।" ঈশ্বৰৰ ইচ্ছা পূৰ্ণ হওক। দুখ কৰি দুখ নবঢ়াবাহঁক।" এই কাৰণে কবিৰ অকল অৰ্থত মহান নহয়, কামতো মহান। অথচ মই এজন মানুহৰ মুখৰ ভাত কাঢ়ি আনি মোৰ সন্তানটিক ৰক্ষা কৰিবলৈ যত্ন কৰিছোঁ। ভাবিলে বৰ দুখ লাগে। তথাপি মই নিৰুপায়। মই কবিৰ নহয়। মই এজন নগণ্য মানুহ। মোৰ চৌপাশে থকা সমাজখনৰ প্ৰতিবিম্ব মোৰ ব্যক্তি সত্তাৰ মাজেৰে অভিব্যক্তি লাভ কৰিছে। মই সাগৰৰ মাজৰ এটি নিঃসঙ্গ দ্বীপ নহয়; সাগৰৰ উপকূল। সেই উপকূলৰ দেশৰ বিস্তৃত ভূখণ্ডৰ লগত নিবিড় সম্পৰ্ক আছে। বিশাল ভূখণ্ডৰ ভাল-বেয়াৰ লগত উপকূলো ওতঃপ্ৰোত ভাৱে জড়িত। উপকূলৰ ভূখণ্ডক তাৰ লগত জড়িত আন ভূখণ্ডৰ পৰা পৃথক বুলি গণ্য কৰিব নালাগে। উপকূল ভূমিৰ দেশৰ ভূখণ্ডৰ লগত যেনেদৰে সম্পৰ্ক আছে, মোৰ স্বভাৱ-চৰিত্ৰৰো মই থকা সমাজখনৰ স্বভাৱ-চৰিত্ৰৰ লগত নিবিড় সম্পৰ্ক বৰ্তমান। সমাজখনৰ ৰূপটোৰ পৰা মোৰ ব্যক্তি সত্তাৰ ৰূপটো পৃথক নহয়। মই উপলব্ধি কৰিলো মোৰ হৃদয়ৰ শ্মশানত কবিৰৰ মৃত্যু হৈছে। মই মানুহ। মই মানুহৰ মাজৰ মানুহ। মোক লালন-পালন কৰা সমাজৰ পৰা মই পৃথক নহয়। পৃথক হোৱা সম্ভৱ নহয়। মই সমাজৰ দাস। সমাজ এটি বলে নোৱাৰা শিল।

দিলপুৰৰ পৰা মই ছাগলীজনী কিনি বান্ধিলো। তাইৰ আগৰ মালিকৰ আনুমানিক ছৱিখন দিলপুৰ মোৱাৰ লগে লগে মোৰ মনৰ পৰা সম্পূৰ্ণৰূপে মচ খাই গল। দিলপুৰ মোৱাৰ পিছত মোৰ পৰিয়ালে নতুনকৈ কইনা চাবলৈ অহা নবাৰ কাৰণে কাইনাই সকলক-

ভাবে চোৱাৰ দৰে ছাগলী জনীৰ ফালে চাবলৈ ধৰিলে। তেওঁক দেখিয়ে তজবজীয়া পোৱালি দুটিয়ে তেওঁৰ গালৈ জাপ মাৰিলে আৰু মেখেলাৰ অ'ত ত'ত চেলেকিবলৈ ধৰিলে। মোৰ পৰিবাৰৰ হৃদয় পমি গ'ল আৰু তেওঁ ছাগলী পোৱালি দুটি আলফুলকৈ কোলাত তুলি ললে। তাকে দেখি পোৱালি দুটিৰ মাকে এবাৰ মোৰ ফালে আৰু এবাৰ মোৰ পৰিবাৰৰ ফালে চাই বেবাবলৈ ধৰিলে। মই বুজিলো পোৱালি দুটি আঁতৰি অহাত সিহঁতৰ মাকে ভাল পোৱা নাই। সঁচা কথা সন্তান আঁতৰি থাকিলে মাকৰ কেতিয়াও সুখ থাকিব নোৱাৰে। মোৰ ইঙ্গিতত পোৱালি দুটি তেওঁ কোলাৰ পৰা নমাই দিলে। সিহঁত দুয়ো মুক্তি লাভ কৰি জপিয়াই জপিয়াই মাকৰ ওচৰ পালেগৈ। মাকে সিহঁতক পাই চেলেকিবলৈ ধৰিলে আৰু সিহঁতেও আনন্দতে মাকৰ ওহাৰত মুখ দি মোক-মোকাই খোৱাত মত্ত হ'ল।

মহেশ্বৰ কবিৰাজৰ পৰামৰ্শ অনুসাৰে খিৰতী ছাগলী এজনী যোগাৰ হোৱাত মোৰ আনন্দৰ সীমা নাথাকিল। মোৰ বিশ্বাস হ'ল এতিয়া নৱজাত পোণাকণৰ কান্দন গুচিব আৰু তাৰ প্ৰাণটি ৰক্ষা পৰিব। কিন্তু মানুহে পওাৰ দৰে সকলো কাম সিদ্ধি নহয়। কেতিয়াবা পওা কামো ঈশ্বৰে ভাঙে, কেনাও লাগে। মোৰ ক্ষেত্ৰতো তেনেকুৱাই হ'ল। ইমান নোদোকা ছাগলী জনীৰ মই হ'লে এটুপী গাখীৰকে নাপালো। এফালে ল'ৰাৰ কান্দোন, আৰু আনফালে ঘাঁহ বোপোৱাত পলম হলেই ছাগলীৰ চিঞৰ-বাখৰ আৰু গাখীৰৰ যোগান ধৰিব নোৱাৰাত পৰিবাৰৰ কেত্‌কেতনিয়ে মোক ভলা-কলা কৰিবলৈ ধৰিলে।

মই ঠিক কৰিলো আজি যেতিয়া দিলপুৰ মোৰ ঘৰত কাম কৰিবলৈ আহিব তাক ছাগলী জনী লৈ যাবলৈ কম। যি দিলপুৰে মোৰ ঘৰত দিন হাজিৰা কৰে সি এনেদৰে মোক মুখৰ চলাহি কথাৰে প্ৰবঞ্চনা কৰিব বুলি মই সপোনতো ভবা নাছিলো। মই উপলব্ধি

কৰিলো মানুহত বিশ্বাস নাই। মানুহে লাজ হেৰুৱাইছে; গতিকে মান মৰ্যাদা হেৰুৱাবলৈ কুণ্ঠাবোধ নকৰা হ'ল। ছাগলীজনী গাখীৰ থকা ছাগলী হোৱা হ'লে তাইৰ আগৰ মালিকে নিশ্চয় বিক্ৰী নকৰিলেহেঁতেন! তাইৰ গাখীৰ নাই। সেই গাখীৰ নোহোৱা ছাগলী জনীকে দিলপুৰে কিনি আনি মোৰ হাতত বিক্ৰী কৰিলে। দেখিছোঁ দিলপুৰ কম মানুহ নহয়। আজি সেই দুষ্ট দগাবাজক ভালকৈ কথা শুনাব লাগিব। মোৰ লৰাই কান্দক, যিমান ইচ্ছা সিমান কান্দক। তাৰ কান্দোন শুনি বাৰীৰ শিয়াল পলাই পলং দিয়ক, তাত মোৰ আপত্তি নাই। তথাপি মই গাখীৰ নোহোৱা ছাগলী এজনী লালন-পালন কৰিব নোৱাৰো। তাইৰ চিঞৰ-বাখৰ, গোৱালিৰ অত্যাচাৰ, বাৰীত সোমোৱাৰ বাবে ওচৰ চুবুৰীয়াৰ গালিশপনিৰ পৰা মই নিস্কৃতি লাভ কৰিব বিচাৰিছোঁ।

মোৰ মনোভাব বুজিব পাৰি পৰিবাৰে ক'লে— "নহয় নহয়, ছাগলী জনী ফিৰাই দিব নোৱাৰি। গাখীৰ নিদিলেও এনে লহপহীয়া ছাগলী জনী দেখিলেই ভাল লাগে। সেয়ে লাভ। কুকুৰ জনী যে পুহিছেঁা তাইক জানো গাখীৰৰ কাৰণে পুহিছোঁ? তাইক মৰম কৰিয়েই এটি অভূতপূৰ্ব আনন্দ পাইছেঁা। সেই কাৰণে ইমান মৰম আদৰ কৰি কুকুৰজনী পুহিছোঁ। ছাগলী জনীকো এই অৰ্থতে পুহিব লাগিব।"

"নহয় নহয়, তুমি ভুল বুজিছা। কুকুৰ জনীয়ে নিশা আমাৰ ঘৰ পহৰা দিয়ে। গতিকে তাইক পালন কৰাৰ এটি প্ৰয়োজন আছে।"

"আমাক পহৰাদাৰ নালাগে। চুৰ কৰি নিবলৈ আমাৰ ঘৰত কোনো মূল্যবান সম্পদেই নাই। ফটা-ছিটা কাপোৰ দুখন আৰু ভাত বাঢ়ে লোৱা টৌৰহ গাল যদি চোৰৰ প্ৰয়োজন তেনেহলে নিয়ক। তাত খোৱা পাৰ জল্পা একেবাৰেই নাই। যাৰ মুখত এতাজি চুমিত নাই তাক আকৌ মহৰ পিতৰ কৰি কিয়? নাই নাই, ছাগলীজনী ফিৰাই

দিয়া নহ্ব। কাৰোবাৰ মুখ লগাৰ কাৰণেও ছাগলীজনীয়ে গাখীৰ নিদিব পাৰে।"

পৰিবাৰৰ মনোভাবত আঘাত দিয়া মোৰ উদ্দেশ্য নহয়। তথাপি কোনো যুক্তিৰ ওচৰতে সেও মানি ছাগলীজনী ৰখাৰো মই পক্ষপাতি নহয়। এটা সময়ত মই লক্ষ্য কৰিলো হাতত দা এখন লৈ দিলপুৰ আলী মোৰ ঘৰৰ হাউলিত প্ৰৱেশ কৰিছে।

মই তাক কোৱাৰ আগেয়ে মোৰ পৰিবাৰে তাক সকলো বিৱৰি ক'লে। কিন্তু দিলপুৰ কোনো কথাতে পতিয়ন নগ'ল। সি মাথোন ক'লে, "এই জনী ছাগলীৰ গাখীৰ নোলালে মোৰ হাত এখন কাটিম। আপোনালোকে হয় তাইক খাবলৈ দিয়া নাই, নহয় কোনোবা যেয়া মানুহৰ দৃষ্টিত পৰি ছাগলীজনীয়ে গাখীৰ দিয়া নাই।"

মোৰ পৰিবাৰ আৰু দিলপুৰৰ তৰ্ক-বিতৰ্ক মই দূৰৰ পৰাই শ্ৰৱণ কৰিলোঁ। সেই তৰ্ক-বিতৰ্কৰ জালত পৰিবলৈ মই বৰ মন কৰা নাছিলো।

পিৰালিত বান্ধি থোৱা ছাগলীজনীলৈ দিলপুৰে এবাৰ লক্ষ্য কৰিলে। তাৰ পিছত সি চালে পোৱালি দুটিলৈ। সি একে উশাহে কবলৈ ধৰিলে—"বাবুৱনী, ছাগলীজনীৰ গাখীৰ আছে পোৱালিৰ চেহেৰাই সেই কথাৰ প্ৰমাণ। কোনোৱে ছাগলীজনীক মুখ লগাব পৰা নাই। চাওক চোন এই কেইদিনতে পোৱালি কেইটি আৰু কিমান নোদোকা হৈ পৰিছে? নিশ্চয়, নিশ্চয় সিহঁতৰ মাকৰ গাখীৰ আছে।" এই বুলি কৈয়েই সি ছাগলীজনীৰ ওচৰ চাপিল আৰু মোৰ পৰিবাৰক এটি মগ আনিবলৈ ক'লে। সি মগটো হাতত ললে। তেতিয়া ছাগলী পোৱালি দুটি মোৰ ঘৰটোৰ বাৰান্দাৰ সৰু কাঠাটোতে বন্ধা আছিল। ৰাতিপুৱা চাহপানীৰ যোগাৰত ব্যস্ত থকাত পৰিবাৰে ছাগলী পোৱালি দুটি তেতিয়াও এৰি দিয়া নাছিল। সিহঁতে মাকৰ গাখীৰ খাবলৈ নাপাই চিঞৰ-বাখৰ কৰিছিল আৰু জপিয়াই জপিয়াই নাচি-বাগি, তাল-আকাজ কৰিবলৈ ধৰিছিল। একোবাৰ সিহঁতে সৰু

খিৰিকি খনেৰে ওলাই আহিবলৈকো যত্ন কৰি বিফল হৈছিল আৰু বোধহয় ভোকতে কিম্বা ক্ৰোধতে খিৰিকিৰ বড কেইডালতে চেলেকি চেলেকি সেই অজান পশু কেইটিয়ে নি:সহায় ভাৱে সিহঁতৰ ক্ষোভ আৰু বিৰক্তি প্ৰকাশ কৰিছিল। পোৱালি কেইটিয়ে যিমান জোৰে ক্ষোভ প্ৰকাশ কৰি চিঞৰ-বাখৰ কৰিছিল, ময়ো সিমান জোৰে বিক্ষোভ প্ৰকাশ কৰি চিঞৰি চিঞৰি মোৰ পৰিবাৰক ছাগলী পোৱালি কেইটি কমৰ পৰা এৰি দিবলৈ হুকুম কৰিছিলো। কিন্তু তেওঁ মোৰ হুকুম তামিল কৰাৰ কোনো লক্ষণেই আজি দেখা নগ'ল বৰং দিলপুৰে ছাগলীজনী খীবোৰা আৰু গাখীৰ ওলাইছেনে নাই জুমি জুমি চোৱাত তেওঁ ব্যস্ত আছিল।

মোৰ নিৰ্দেশ পালন নকৰাত এটা সময়ত মোৰ খঙে চুলিৰ আগ পাইছিলগৈ আৰু মই পৰিবাৰক কৈছিলো— "তুমি কি একেবাৰে কলা হৈ গলা ?" কিন্তু তেওঁ মোৰ কথাত কোনো সঁহাৰি নিদিলে। আন দিনাখন তেওঁ মোৰ কথাত সঁহাৰি নিদিলে মই তেওঁৰ পিতৃ-মাতৃৰ দোষ খুচৰি কথা কলে তেওঁ মোৰ কথাত কাণ দিছিল অৰু ৰণচণ্ডী ৰূপ ধাৰণ কৰিছিল। তিৰোতাৰ খং তোলাৰ এই পাটেই ডাঙৰ অস্ত্ৰ। কিন্তু আজি সেই পাট অস্ত্ৰও জোটা হৈ পৰিল। সেই কৌশল প্ৰয়োগ কৰাতো তেওঁ সমূলি ক্ৰোধ ভাৱ প্ৰকাশ নকৰিলে বৰং অপলক দৃষ্টিৰে দিলপুৰে ছাগলী খীবোৰা চাবলৈ ধৰিলে। এটা সময়ত তেওঁ দেখিলে এক জিটাৰৰ মগটো কেনে ফোটোকাৰে গাখীৰেৰে উপচি পৰিল। গাখীৰ নোহোৱা ছাগলী জনীৰ গাখীৰ ওলোৱা দেখি মোৰ পৰিবাৰৰ বৰ আনন্দ লাগিল। মনৰ আনন্দতে তেওঁ মোৰ ওচৰলৈ লৰি আহি কলে, "হেৰি, দেখিছেনে ? ছাগলীজনীৰ গাখীৰ ওলাইছে।" মই বৰ আচৰিত মানিলো আৰু গাৱঁৰ লৰা-ছোৱালীয়ে ৰাস্তাৰে যোৱা মটৰ গাড়ী চাবলৈ ঘৰৰ পৰা উসংগে হৈ দৌৰি ওলাই অহাৰ দৰে কৰাজৰ পৰা আধা সুৰুকি পৰা জুভিখন মাটিত চোচোৱাই মযো ছাগলীজনীৰ কাষ

পালোঁগে। পৰিবাৰৰ মুখখনৰ পৰা নিগৰি পৰা কথাৰ সত্যতা নিজ চকুৰে দৰ্শন কৰি নয়ন সাৰ্থক কৰিলো। জীৱনত কোনো দিনে সঁচা কথা নোকোৱা পৰিবাৰে আজি এটি সত্য কথা কৈ মোৰ জীৱনৰ সহস্ৰ পাপ বিমোচন কৰিলে। তেওঁ যে কলি কালৰ সাবিত্ৰী সেই কথা মই আজিহে বুজিলো।

মোক দেখি দিলপুৰে বৰ গহীন হৈ পৰিল। চোলপু দিনপুৰে গদ্‌গদ্ স্বৰে কবলৈ ধৰিলে—"এতিয়া চাওক বাবু, ছাগলীৰ গাখীৰ ওলাইছে। আল্লাৰ কচম্ জীৱনত কোনোদিনে জাল জুৱাচুৰি কৰি পোৱা নাই। ধনৰ দুখীয়া হব পাৰো, কিন্তু মনৰ দুখীয়া হবলৈ খোদাআল্লাই হুকুম দিয়া নাই। আপোনালোকে ছাগলীজনী খীৰোৱাত কিবা বিজুতি কৰিছে।"

পানী ঢালি দিয়া জুই নুমাই যোৱাৰ দৰে দিলপুৰৰ ওপৰত উঠা খঙো তাৰ কথা শুনাৰ পিছত মাৰ গ'ল। মই বৰ লাজ পালোঁ। কিন্তু এই লাজৰ বোজাটো পৰিবাৰৰ কান্ধত পেলাই দিয়াৰ অৰ্থে মই বিজ্ঞৰ দৰে প্ৰশ্ন কৰিলো ঃ

"তুমি ছাগলীজনী কেনেকৈ খীৰোৱা ?" মোৰ প্ৰশ্নৰ উত্তৰত পৰিবাৰে কলে, "আগেয়ে পোৱালি দুটিক গাখীৰ খাবলৈ দিওঁ। গাখীৰ খোৱা হলে সিহঁতক বান্ধি থওঁ আৰু ছাগলীজনী খীৰাবলৈ যত্ন কৰোঁ।" "ছাগলীজনীয়ে তেতিয়া কি কৰে ?"

"শহা পহুৰ দৰে পাছঠেং দুটা দাঙি জপিয়ায় আৰু গাখীৰ নিদিয়ে।"

মই পৰিবাৰৰ কথাৰ উত্তৰ দিবলৈ নৌপাওঁতেই দিলপুৰে হাতত মলা চাধাখিনিত তিনিটা চাপৰ মাৰি মুখৰ পিকখিনি পেলাই জিভা খন মুখৰ ভিতৰতে লৰচৰ কৰি কলে—"ধেৎতেৰি আচল গোলমালটো সেইখিনিতে— ছাগলীৰ আগে, গৰুৰ পাছে।"

দিলপুৰৰ কথা শুনি মই বৰ লাজ পালো। মই আৰু তৰ্ক-বিতৰ্কৰ জাল নবঢ়াই পৰিবাৰৰ কাষলৈ কেৰাহিকৈ চালো আৰু বসতে নাম খোৱাই উচিত বুলি ভাবিলো।

# অন্তঃসলিলা

## ডঃ হেমন্তকুমাৰ শৰ্মা

অকস্মাতে গুৱাহাটীৰ লতাশিল ফিল্ডৰ উত্তৰ ফালৰ ৰাস্তাটোত গাড়ীখন ৰৈ গ'ল। গাড়ী মানে এখন নতুন ফিয়েট কাৰ। ভিতৰত এহাল দম্পতী।

"গাড়ীখন ইয়াতে ৰাখিলা কিয়? আমি কাছাৰী বজাৰলৈকেহে যাম। সেঁফালে টানিংটো লৈ অলপ ভিতৰতে ৰখা উচিত আছিল।"

"প্ৰথমে ইয়াতে নামাচোন, পিছতো বজাৰ কৰিব পাৰিবা।"

"কিন্তু ইয়াত নামি কৰিম কি?"

"কিয়, সেয়া দেখা নাই গণেশ-মন্দিৰ? প্ৰথমে তালৈকে যোৱা, বাবাক এটা প্ৰণাম জনোৱাগৈ।"

"আকৌ গণেশ? তুমি মোক ঠাট্টা কৰিছা পাৰবীন। মই কৈছো নহয়, দেৱতাৰ প্ৰতি মোৰ বিশ্বাস নোহোৱা হৈছে। কিমান দেৱ-দেৱীক পূজা-সেৱা কৰিলো, এই গণেশকে কিমান পইচা দিলো; কিন্তু লাভ হ'ল কি? আজি মোৰ ধাৰণা হৈছে হিন্দুৰ দেৱ-দেৱীবোৰ হয় মৃত, নহয় ছেলফিছ।"

"তোমাৰ কি হৈছে অতনু? এনেকৈ কৈছা কিয়? গোসাঁইক তেনেকৈ কব নেপায় নহয়। যোৱা, সোপাচি বুলিছো এটি সেৱা কৰি আহাগৈ আৰু মনতে কবা, বাবাই যেন আমাৰ মনৰ কামনা পূৰ্ণ কৰে; ভবিষ্যতে বাবাক ডাঙৰকৈ পূজা এভাগ দিবা বুলিও কবা।"

এই বুলি পাৰবীনে অতনুৰ গাত ধৰি নামি যাবলৈ অনুৰোধ কৰিলে; কিন্তু অতনুৱে পাৰবীনৰ হাতখন জোৰকৈ ঠেলি দি ক'লে, "তোমাৰ কথাত আজি নতুন সুৰ শুনিছো পাৰবীন; কিন্তু জানিবা মই কেচুৱা নহয়। যি কথা মই সত্য বুলি ধৰি লৈছো, তোমাৰ

শতেক বুজমিয়েও মোক তাৰ পৰা বিচলিত কৰিব নোৱাৰে। কিন্তু, মোক যে গণেশ পূজাৰ কথা কৈছা, তুমিওতো তোমাৰ মছ্‌জিদলৈ যাব পাৰা? সৌৱা ফিল্ডৰ দক্ষিণ পাৰে তোমাৰ কাৰণে মছ্‌জিদ এটি ৰৈয়ে আছে। আৰু এই মন্দিৰ-মছ্‌জিদবোৰ দেখিছো—এক শ্ৰেণী মানুহৰ বেছ আশ্ৰয়ৰ থল।"

"তুমি আজি এনে কথা কৈছা কিয়?"

"কাৰণ, এইবোৰৰ প্ৰতি থকা আস্থা আজি মোৰ হেৰাই গৈছে।"

'মোৰেই শপত, তেনেকৈ নকবা অতনু। যোৱা, বাবা গণেশক সেৱা কৰি আহাগৈ।" পাৰবীনৰ কথাত অনুৰোধৰ সুৰ।

"পাৰবীন, কৈছো নহয় মোৰ যোৱা আৰু সেই কাম নহ'ব। তুমি মোক বিহুৰ বজাৰ কৰিবলৈহে আনিছিলা, ব'লা তালৈকে যাওঁ।"

"আচলতে কি জানা, বজাৰ কালিয়েই হৈ গ'ল, পিছে তুমি নাহিবা বুলি সন্দেহ কৰিহে.........."

"ননচেন্স, গাড়ী ঘূৰোৱা। এইবোৰ ট্ৰিক্‌ছ খটুৱাই লাভ নাই।"

অতনুৰে ধমকৰ সুৰতেই কথাষাৰি ক'লে, পাৰবীনে আৰু কি ক'ব ভাবি নাপালে। তাই গাড়ীখন ঘূৰাই ঘৰ বুলি চলালে। অতনুৰেও এটা উদাস দৃষ্টি, এটা বিক্ষোভৰ ভাব লৈ গাড়ীৰ খিৰিকিয়েদি বাহিৰলৈ চাই থাকিল। সি পাৰবীনৰ মুখৰফালে চোৱাহেঁতেন, সি দেখিলেহেঁতেন যে পাৰবীনৰ ৰঙচুৱা উজ্জ্বল গাল দুখনিৰ ওপৰেদি দুধাৰি লোতক বৈ আছিলে।

পাৰবীনে গাড়ীখন ঘৰলৈ নি গেৰেজত থব খুজিছিল; কিন্তু অতনুৰ কথামতে তাই পদূলিতে নামিল আৰু এটি চিন্তাক্লিষ্ট মন লৈ নিজৰ শোৱা কোঠালৈ সোমাই গ'ল।

আনদিনা পাৰবীন বাহিৰৰ পৰা অহাৰ লগে লগেই প্ৰকাণ্ড এলচেচিয়ান কুকুৰটোৱে দৌৰি আহি নেজ লৰাই লৰাই পাৰবীনৰ গৰম বিচাৰে আৰু পাৰবীনেও পাছ্‌ফালে হাত বুলাই বা কিবা এটা খাবলৈ দি মৰম কৰে। আজিও কুকুৰটো আন দিনাৰ দৰে

দৌৰি আহিছিল। কিন্তু পাৰবীনে কুকুৰটোৰ পিনে এবাৰো ঘূৰি নাচালে। তাই গৈ বিচনাত উঠি পৰিল। আনপিনে অতনুৱে নিজে গাড়ী চলাই অফিচলৈ বুলি ওলাই গ'ল।

বিচনাত বহি পৰাৰ লগে লগে মৰহি যাবলৈ ধৰা অতীতৰ ভালেমান স্মৃতিয়ে পাৰবীনৰ অস্থিৰ উদাস মনটিক জুমুৰি দি ধৰিলে।

সেয়া আঠ বছৰ আগৰ কথা। তেতিয়া পাৰবীন কটন কলেজৰ প্ৰাগ্‌বিশ্ববিদ্যালয়ৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰী আৰু অতনু ইঞ্জিনীয়াৰিং কলেজৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। এখন বিহু সন্মিলনত তেওঁলোকৰ প্ৰথম চিনাকি। সন্মিলনখনত বিহু-কুঁৱৰী প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল আৰু তাত পাৰবীনে শ্ৰেষ্ঠ বিহু-কুঁৱৰী হিচাপে বঁটা লাভ কৰিছিল। অতনুৱেও ইলেক্‌ট্ৰিক গীটাৰ বজাই দৰ্শকৰ ভূৱসী প্ৰশংসা লাভ কৰিছিল। সেই সন্মিলনতে দুয়ো যেনেকৈ চিনাকি হোৱাৰ সুবিধা পাইছিল, তেনেকৈ সেই চিনাকিয়ে দুয়োৰো অন্তৰত এক বুজিব নোৱাৰা, বুজাব নোৱাৰা আনন্দৰ শিহৰণ তুলি দিছিল। দুয়ো বেছি সময় কথাও পতা নাছিল, কেৱল বহুসময় পৰস্পৰলৈ চাই আছিল আৰু বিদায় লোৱাৰ সময়ত পাৰবীনে কৈছিল, "লগ নিশ্চয় পাম দেই।"

পাৰবীনৰ এই কথাই অতনুক যেন উন্মাদ কৰি তুলিছিল। সি জীৱনত যেন কিবা এক নতুনৰ সোৱাদ পালে—যাৰ তুলনা হয়তো এই জগতত নাই।

বিহুৰ বন্ধ খোলাৰ দিনাই অতনুৱে পাৰবীনক কলেজৰ সন্মুখত লগ ধৰিছিল। পাৰবীনেও সিদিনা সেইটোকে আশা কৰি আছিল। অতনুক পাই পাৰবীনেও যেন কিবা জীৱনৰ এক অপূৰ্ব সাৰ্থকতা উপলব্ধি কৰিছিল।

কিন্তু সাৰ্থকতাতে জানো সকলো শেষ? সাৰ্থকতাই প্ৰথমে আনি দিলে গাঢ় বন্ধুত্ব আৰু শেষত সেয়ে পৰিণতি লাভ কৰিলে গভীৰ প্ৰণয়ত। এই প্ৰণয়ে কাৰো হকা-বধা, টাট্টা-বিদ্ৰূপ নামানিলে।

তিনি বছৰ পিছৰ কথা। এদিন পাৰবীনৰ বান্ধৱী ৰেজিয়াই কৈছিল, "পাৰবীন, তইঁতৰ এইচব কাণ্ড আমি হলে ভাল পোৱা নাই দেই। তই ভুল নকৰিবি, অতনুৱে তোক ঠগিহে এৰিব।"

"তই অতনুক নজনাকৈ তেনেকৈ নকবি ৰেজিয়া। অতনু খাটি সোণ। অতনুৱে মোক বিট্ৰে নকৰে।"

"অতনু খাটি সোণ হ'ব পাৰে: কিন্তু তই নাজান নেকি, অতনু গোসাঁইৰ ল'ৰা। ঘৰখন ভীষণ অৰ্থডক্স—ৰক্ষণশীল; এনেস্থলত তই মুছলমানজনীক আদৰি-সাদৰি বোৱাৰী কৰি নিব বুলি ভাবিছ নেকি?"

"নিনিয়ে নাই, বেলেগে থাকিম। আজিকালিৰ যুগত তেনেকৈ বেলেগে থকা নিয়ম হৈছেই। এতিয়া অতনু ইঞ্জিনীয়াৰ। আমাৰ কিহৰ চিন্তা?"

"তেনেহলে মোৰ ক'ব লগা একো নাই। এতিয়া পাৰবীন ৰেজম আছিলি বিয়াৰ পিছত হবি পাৰ্বতী গোস্বামী। একেবাৰেই ভবৰ প্ৰমোচন।"

"পাৰ্বতী কিয় হ'ম? পাৰবীন হৈয়ে থাকিম।"

"অতনু যিহে গোসাঁইৰ ল'ৰা, তোক কিন্তু পাৰ্বতী কৰিহে এৰিব দেই। আমাৰ বহুল ককাইটি অতনুৰ বৰ বন্ধু, তাৰ পৰাই শুনিছো অতনুৰ কথা।"

"তই শুনিব পাৰ; কিন্তু মই পাৰবীন হৈয়ে থাকিম দেই। আৱশ্যক হলে অতনুৱে আকবৰ হওক; মই বেলেগ ধৰ্ম লোৱাত নাই দেই। আৰু অতনুৱে যদি অতনু হৈ থাকিবলৈ ভাল পায় তাতো মোৰ আপত্তি নাই। কাৰণ ধৰ্মৰ লগত প্ৰেমৰ কোনো সম্বন্ধ নাই বুলি ভাবো। প্ৰেম মানুহৰ মাজতহে হ'ব পাৰে; ধৰ্মৰ লগত নহয়।"

"হয় নেকি? বৰ দাৰ্শনিকজনৰ দৰে কথা কবলৈ শিকিছ অ'। বাৰু, সময়তহে দেখিম।"

এটি বিদ্ৰূপৰ হাঁহি মাৰি বিদায় লৈছিল ৰেজিয়াই। পাৰবীনে

বেজিয়া যোৱাৰ কালে চাই ভাবিছিল— বেজিয়াই কিছুমান বাস্তৱ সমস্যাৰ কথাকে উত্থাপন কৰিছে ; কিন্তু তাইৰ কাৰণে সেই সমস্যা সমস্যাই নহয়।

বেজিয়াক লগ পোৱাৰ কেইদিনমান পিছতে অতনুৱে এদিন পাৰবীনৰ আগত বিয়াৰ প্ৰস্তাৱ দিছিল। অতনুৱে কৈছিল, "আমাৰ এই বিয়া চিৰাচৰিত প্ৰথামতে হোৱাটো অসম্ভৱ যেন দেখিছো।"

"কাৰণ ?" উদ্বিগ্নভাৱে প্ৰশ্ন কৰিছিল পাৰবীনে।

"কাৰণ, তুমি জানা যে আমি দুয়ো দুটা বেলেগ ধৰ্মৰ মানুহ। দুয়ো দুয়োকো জীৱনৰ সঙ্গী হিচাপে বিচাৰিলেও আমাৰ হিন্দু সমাজখনে নিবিচাৰে। ঘৰত কথাটো উলিয়াইছিলো। দদাইদেউ, খুৰী, আত্মীয়স্বজন সকলোৱে দুৰ্যোৰ আপত্তি। দেউতাই মোক ত্যজ্য-পুত্ৰ কৰি ঘৰৰ পৰা উলিয়াই দিয়াৰ কথা কৈছে আৰু মা আছে কান্দি-কাটি অস্থিৰ হৈ।"

"তেন্তে তুমি কি স্থিৰ কৰিছা ?" পুনৰ উদ্বিগ্নভাৱে প্ৰশ্ন কৰিলে পাৰবীনে।

"সকলোৰে মায়া-মমতা ত্যাগ কৰি তোমাক বিয়া কৰাম বুলিয়ে স্থিৰ কৰিছো। আৰু সেই কাৰণেই কৈছো যে চিৰাচৰিত প্ৰথামতে এই বিয়া আমাৰ ঘৰত পতাটো অসম্ভৱ।"

"তেন্তে ক'ত সম্ভৱ হ'ব বুলি ভাবিছা ?

"ভাবিছো— আৰু দুই এজন বন্ধু-বান্ধৱেও কৈছে—কামাখ্যাতেই ভাল হয় নেকি ?"

"কামাখ্যাত মোৰ ভাল নালাগে পাই ; কিন্তু এটা কথা ভাবিছো।"

"কি কথা ?"

"বুইছা, মোৰ মা-দেউতা তোমাৰ মাৰ-দেউতাৰাৰ দৰে 'অৰ্থডক্স' নহয়। মাৰ আগত তোমাৰ কথাটো উলিয়াইছিলো। মাই প্ৰথমে একো কোৱা নাছিল যদিও পিছত দেউতাৰ লগত আলোচনা কৰি

কলে, তেওঁলোকৰ বিয়াত আপত্তি নাই; কিন্তু মই যেন বিয়াৰ পিছতো নিজ ধৰ্মমতৰ পৰা পিছলি নপৰো। তেওঁলোকে আৰু ভাল পাব যদি আমাৰ নিকাহ মা-দেউতাৰ ঘৰতে সম্পন্ন হয়।"

"পিছে তুমি কি ক'লা ?"

"মই কলো, বিয়াৰ পিছতো মই নিজ ধৰ্মমতেই চলিম; কিন্তু নিকাহৰ কথাটো অতনুক সুধিহে ক'ব পাৰিম। সেইহে তোমাক সুধিছো, আমাৰ ঘৰত মৌলবী আনি নিকাহ কৰিলে তোমাৰ আপত্তি আছে নেকি ?

পাৰবীনৰ কথা শুনি অতনু অলপ সময় গহীন হৈ ৰ'ল, তাৰ পিছত লাহে লাহে ক'লে, "তুমি কি ভাবা নাজানো, হয়তো হাঁহি উৰাই দিবা; কিন্তু মোৰ মনৰ কথা তোমাক নকৈ ক'ম কাক ? শুনা, সৰুৰেপৰা মই দেৱতা গণেশৰ পৰম ভক্ত। সৰুতে মাই সিদ্ধিদাতা গণেশৰ গল্প কৈছিল। সেই গল্প শুনি আৰু বিশেষকৈ সৰুৰেপৰা ওচৰতে থকা গণেশ মন্দিৰত বাবাৰ পূজা-সেৱা দেখি হয়তো মোৰ মনত সেই দেৱতাজনৰ প্ৰতি কিবা এটি এৰাব নোৱাৰা ভক্তি সোমাই গ'ল। তুমি বিশ্বাস কৰা, তোমাক যাতে জীৱন-সঙ্গিনীৰূপে পাব পাৰোঁ, তাৰ কাৰণে কিমান দিন যে বাবাৰ মন্দিৰত ধূপ-চাকি নৈবেদ্য দিছো। দেউতাই ত্যাজ্য-পুত্ৰ কৰিব বুলি জানি আৰু মাৰ কান্দোন শুনি প্ৰথমে মই অস্থিৰ হৈ পৰিছিলো; কিন্তু সান্ত্বনা বিচাৰি বাবাৰ মন্দিৰলৈ অহাত আগৰদৰেই মন স্থিৰ হ'ল। মই জানো, বাবাৰ কৃপাতে আমাৰ বিয়াখন হ'ব আৰু আমাৰ ভৱিষ্যৎ জীৱনো বাবাৰ দয়াতেই সুখৰ আৰু মধুৰ হ'ব। গতিকে .... ।"

হঠাৎ অতনু বৈ যোৱা দেখি পাৰবীনে সুধিলে, "বৈ গ'লা যে ? অ' বুজিছো, আমাৰ ঘৰত নিকাহ কৰাৰ ইচ্ছা তোমাৰ নাই। কিন্তু মই গণেশ মন্দিৰতো বিয়া হ'ব নোৱাৰো দেই। তোমাৰ ধৰ্ম মতে তুমি চলিবা আৰু মোৰ ধৰ্মমতে চলিম মই। দুয়ো দুই কূলত থাকি তাৰ মাজতে অবিৰলধাৰে বৈ থাকিব আমাৰ প্ৰেমৰ নৈ।"

"কিন্তু সেই নৈ যদি শুকাই যায় ?" অতনুৱে আবেগভৰা কণ্ঠে সুধিলে।

"তাৰ প্ৰতি-ব্যৱস্থা ল'ব লাগিব। সেয়েহে মই এতিয়া ভাবিছো আমাৰ কাৰণে কোৰ্ট মেৰেজেই উত্তম। সেই বিয়াক সমাজে স্বীকৃতি দিব আৰু দুয়ো দুটা ধৰ্মক লৈও আমাৰ মধুৰ দাম্পত্য জীৱন চলাই নিব পাৰিম।"

এই আলোচনাৰ কেইদিনমান পিছতেই অতনু পাৰবীনৰ 'কোৰ্ট মেৰেজ' হৈছিল। কিন্তু কোৰ্ট মেৰেজত সম্মতি দিবা কাৰণে পাৰবীনৰ মাক-দেউতাক বা আত্মীয়-স্বজন কোনো উপস্থিত নাছিল। গতিকে দুয়োয়ে কেইগৰাকীমান বন্ধু-বান্ধৱীক লৈয়ে 'কোৰ্ট মেৰেজ' সম্পাদন কৰিছিল।

বিয়াৰ আগে আগে অতনুৱে এটি ভাড়াঘৰ লৈছিল আৰু তাতেই দুয়ো দাম্পত্য জীৱনৰ পাতনি মেলিছিল। ভাড়াঘৰটোত আছিল ডাঙৰ চাৰিটা কোঠালি আৰু পশ্চিম বাৰান্দাত আছিল এটি সৰু কোঠালি। পাৰবীনে ঘৰটোত সোমায়ে কৈছিল, "এই বাৰান্দাৰ কোঠালিটো মোৰ নামাজৰ কাৰণে হ'ব। নামাজৰ সময়ত মোক ডিচটাৰ্ব নকৰিবা দেই ডাৰ্লিং।"

অতনুৱে পূবৰ ডাঙৰ কোঠালিটোৰ মাজতে এখন পাৰ্টিছন দি একাষে সৰু বেদী এখনত মাটিৰ গণেশৰ মূৰ্তি এটা আৰু ৰাধা-কৃষ্ণৰ মূৰ্তি এটাৰে সৈতে ধূপ-চাকি জ্বলোৱাৰ কাৰণে ধূপদানি আৰু পিতলৰ গছা ৰাখিছিলে।

সময়বোৰ পাৰ হৈ যায়। পাৰবীনে নিজৌ নহলেও প্ৰতি শুক্ৰবাৰ আৰু পৰ্বদিনবোৰত নিজে ঠিক কৰি লোৱা কোঠাটোত নামাজ পঢ়ে। অতনুৱেও প্ৰতিদিন নহলেও সময় সুবিধা বুজি কেতিয়াবা ধূপ চাকি জ্বলাই বেদীৰ আগত আঠু লৈ প্ৰাৰ্থনা জনায় আৰু কেতিয়াবা গণেশ মন্দিৰলৈ গৈ এভাগ পূজা দিয়ে। এই বিষয়ে দুয়ো পৰস্পৰক জানে আৰু পৰস্পৰে গজাপ জয়।

বিয়াৰ কিছুদিন পিছতে দুয়ো মধুচন্দ্ৰিকা উদ্‌যাপনৰ কাৰণে কাশ্মীৰলৈ গৈছিল। শ্ৰীনগৰৰ ডাল হ্ৰদত ভ্ৰমণ কৰি আৰু

তাৰ বিলাসিতাপূৰ্ণ 'হাউচ বোট'ত থাকি দুয়ো যেন যৌৱন মদিৰা তৃপ্তিৰে পান কৰিছিল। কিন্তু তাৰ মাজতো পাৰবীনে কৈছিল, "মোৰ কিন্তু এতিয়া মাক হবৰ মন নাই দেই। মাক হৈ যৌৱনৰ সুখ ত্যাগ কৰাৰ মই পক্ষপাতী নহয়।"

"ময়ো তাকেই কওঁ পাৰু, আমি অন্ততঃ তিনি বছৰমান এনেকৈয়ে কটাই দিওঁ। আৰু তাৰ পিছত বাবা গণেশক চিন্তি ..."

"তুমি দেখিছো কাশ্মীৰতো বাবাক পাহৰি থাকিব পৰা নাই। হ'ব বাৰু তেতিয়া তোমাৰ বাবাই যি কৰে ..."। ধেমালিৰ সুৰতেই কথাখিনি কৈছিল পাৰবীনে।

চাওঁতে চাওঁতে তিনিটা বছৰ পাৰ হৈ গ'ল। অতনুৱে এটা শুভদিনত নিজ ঘৰতে থকা গণেশ মূৰ্তিৰ আগত প্ৰাৰ্থনা জনোৱাৰ উপৰিও গণেশ মন্দিৰত ডাঙৰকৈ এভাগ পূজা দিলে। লগতে প্ৰাৰ্থনা কৰিলে, সি যেন এটি সুসন্তানৰ পিতৃ হ'ব পাৰে। মন্দিৰৰপৰা উভতি গৈ অতনুৱে পাৰবীনক প্ৰাৰ্থনাৰ কথা কলে। পাৰবীনে হাঁহি হাঁহি কলে, "তোমাৰ গণেশ বাবাই আগৰ প্ৰাৰ্থনা শুনিছিল যেতিয়া এতিয়াও নিশ্চয় শুনিব।"

অতনুৱে পাৰবীনৰ গালত চিকুট এটা মাৰি হাঁহি হাঁহি চাই আছিল।

গোটেই তিনি মান পিছৰ কথা। এদিন গধূলি অতনুৱে ঘৰলৈ আহি পাৰবীনক ক'লে, "পাৰু, আজি গণেশ বাবাক চিন্তা কৰি তোমাক নোসোধাকৈয়ে বস্তু এটি আনিলোঁ। বৰ পছন্দ হৈছে— চোঁচাচোন চোৱা।" এই বুলি অতনুৱে হাতত লৈ অহা কাগজৰ পেকেটটো খুলি উলৰ পেকেট এটা উলিয়ালে। পাৰবীনে কৌতুহলী হৈ উলৰ পেকেটৰপৰা এটা বল উলিয়াই ক'লে, "বেবী উল দেখোন, কাৰ কাৰণে আনিলা ?"

অতনুৱে মৰমেৰে পাৰবীনৰ পিঠিত হাত ফুৰাই ক'লে, "বেবী উল কাক লাগিব এতিয়াও বুজা নাই জানো ? আমাৰ জানী..."

ভাল হয় । মই দেখুওৱাৰ কথাকে ভাবিছো । তুমি কি কোৱা ?"

"ময়ো ভাল হ'ব বুলি ভাবোঁ ।"

"তেনেহলে পোন্ধৰ দিনৰ ছুটী লৈ অহা সপ্তাহতে কলিকতালৈ যোৱাৰ ব্যৱস্থা কৰোঁ ?"

"মোৰ আপত্তি নাই ।" — পাৰবীনে উত্তৰ দিলে ।

এসপ্তাহ পিছত দুয়ো কলিকতালৈ যাত্ৰা কৰিলে । পাৰবীনে জানে, অতনুৱে দূৰ ঠাইলৈ যাত্ৰা কৰাৰ আগ মুহূৰ্তত এবাৰ ঘৰত থকা দেৱতাৰ বেদীত সেৱা জনায় ; কিন্তু এইবাৰ নজনোৱাত পাৰ-বীন অলপ আচৰিত হ'ল । তাই সুধিছিল, "আজি যে তোমাৰ গোসাঁইক সেৱা নকৰাকৈ ওলালা ? কি হ'ল তোমাৰ ?"

"একো হোৱা নাই । গোসাঁইক সেৱা কৰিবলৈ এৰি দিছো– ইউছলেছ—কৰ নাথিং ।"

"বুজি নাপাওঁ পাই ; কিন্তু ..." পাৰবীনে কিবা কবলৈ লৈও মনে মনে ৰ'ল ।

কলিকতাত ডাক্তৰ বেনাৰ্জীৰ পৰামৰ্শমতে দুয়ো পৰীক্ষা কৰোৱাই চিকিৎসা কৰালে ; গুৱাহাটীলৈ আহিও ছমাহলৈ ডাক্তৰ বেনাৰ্জীৰে চিকিৎসা চলাই থাকিল ; কিন্তু একো লাভ নহ'ল । ইয়াৰ পিছত দিল্লীলৈ গৈও চিকিৎসা কৰালে ; তাতো লাভ নহ'ল । ফলত অতনুৰ মনলৈ আহিল হতাশাৰ ভাৱ ; অনাস্থাৰ ভাৱ । সেই অনাস্থা ডাক্তৰলৈ আৰু দেৱতালৈ । অতনুৱে এদিন কৈয়ে পেলালে, "এই দেৱতা আৰু ডাক্তৰ কাৰো প্ৰতি মোৰ বিশ্বাস নাই । সকলোৱে কেৱল ব্যৱসায়হে কৰে ।"

"তেনেকৈনো কোৱা কিয় ? এজন দুজন ডাক্তৰ বেয়া হলেই যে সকলো ডাক্তৰ বেয়া হ'ব সেইটো নহয় । আমাৰ কপালত হয়তো সন্তানেই নাই—কি কৰিবা !" —পাৰবীনে এটি হুমুনিয়াহ কাঢ়িলে। অতনুৱেও আৰু একো নকৈ মনৰ বেজাৰত বিচনাত পৰি থাকিল ।

ইয়াৰ দুদিন পিছৰ কথা । পাৰবীনে কামকৰা লৰাটোৰ মুখত

শুনিলে, ওচৰ চুবুৰীয়া বিনয় ৰাজবংশীৰ পৰত হেনো জ্যোতিষী এজন আহি তেওঁলোকক কিছুমান ভূত-ভবিষ্যতৰ কথা কৈছে। কোনোদিনে বিশ্বাস কৰা নাছিল যদিও আজি পাৰবীনৰ জ্যোতিষীৰ কথাকে শুনিবলৈ মন গ'ল। তাই খবৰ দিয়াত এঘণ্টামানৰ পিছত জ্যোতিষীজন আহিল।

জ্যোতিষীজনৰ গাত গেৰুৱা বসন, কপালত সেন্দুৰৰ দীঘলীয়া ফোঁট। তেওঁ পাৰবীনৰ হাত চাই কলে, "সন্তানৰ কাৰণে আপুনি আৰু আপোনাৰ স্বামী অস্থিৰ হৈ পৰিছে। অচিৰাৎ আপুনি সন্তান সম্ভৱা হ'ব; কিন্তু তাৰ আগতে আপোনাৰ স্বামীয়ে দেৱতা গণেশক পূজা কৰিব লাগিব। মই জানিছো, কিবা দোষত আপোনাৰ স্বামীৰ প্ৰতি দেৱতা গণেশ বিতুষ্ট। তেওঁক সন্তুষ্ট কৰিব পাৰিলেই আপোনা-লোক দুয়োৰো মনোবাঞ্ছা পূৰ্ণ হ'ব।"

জ্যোতিষীৰ কথা শুনি পাৰবীন আনন্দত অধীৰ হৈ পৰিল। তাই জ্যোতিষীক দহ টকা দি অতনু অফিচৰপৰা অহালৈ উৎ-কণ্ঠাৰে বাট চাই ৰ'ল।

গধূলি অতনু অফিচৰপৰা আহি গোৱাত পাৰবীনে জ্যোতিষী-জনৰ কথা কৈ দেৱতা গণেশক পূজাৰ কাৰণে অনুৰোধ জনালে; কিন্তু কিয় জানো অতনুৰ দেৱতাৰ প্ৰতি যি বিৰাগ ভাব জন্মিছিল সি আৰু লাহে লাহে বেছি হৈহে গৈছিল। অতনুৱে পাৰবীনৰ কথা শুনি কলে, "বাদ দিয়া তোমাৰ জ্যোতিষীৰ কথা। মই গণেশ-চণেশ কাকো নামানো। মই নিজেই পোহঁাইব লবা। এই চোৱা আজি কি আনিছো?" এই বুলি পোৰ্টফলিও বেগ এটাৰ পৰা এবটল হুইস্কি উলিয়াই দেখুৱালে।

"সৰ্বনাশ," পাৰবীনে চিঞৰি উঠিল, "তুমি কিহত ধৰিব খুজিছা? মোৰেই শপত— মদ নাখাবা। আৰু মোৰ অনুৰোধ শুনা। কাইলৈ এবাৰ গণেশ মন্দিৰলৈ গৈ পূজা এভাগ দি আহা।" এই বুলি অতনুৰ হাতৰপৰা জোৰ কৰি বটলটো লৈ গ'ল।

"মই কেহো নহয় কোনো দেৱতাৰ প্ৰতি মোৰ বিশ্বাস নাই। বটলটো মোৰ আগৰপৰা কিয় নিলা? ঘূৰাই দিয়া।"

"যদি ঘূৰাই দিব লাগে, তেন্তে তাৰ আগতে মোক মাৰি পেলোৱা।"

পাৰবীনৰ কথাৰ সুৰ শুনি অতনু মনে মনে ৰ'ল; কোনো দিনে মদ ছোৱা নাছিল সি। মিছাকৈয়ে উত্তেজনাৰ বশবৰ্ত্তী হৈ বটলটো আনি এটা যেন বেয়া কামহে কৰিলে এনে ধাৰণা হ'ল তাৰ। সি পাৰবীনৰ লগত আৰু কথা নাপাতি বাৰান্দাৰ ফালে ওলাই গ'ল।

পিছদিনা পাৰবীনে বিছুৰ বজাৰ কৰাৰ ছলেৰে অতনুক গণেশ মন্দিৰলৈ নিয়াৰ চেষ্টা কৰিছিল, কিন্তু সকলো চেষ্টা যেন পণ্ড হৈ গ'ল।

এইদৰে অতীতৰ স্মৃতি ৰোমন্থন কৰি পাৰবীন ভাগৰি পৰিল। চকুৰ পানীৰে ইতিমধ্যে তাইৰ গাৰু তিতি গৈছিল। হঠাৎ তাই বিচনাৰপৰা ধহ্‌মহ্‌কৈ উঠি বহিল। ঘড়ীলৈ চালে, চাৰি বাজি গৈছে; তেন্তে তাই ভাত খাবলৈ পাহৰি গৈছে নেকি? আৰু অতনুৱে খালে নে নাই? দুৱাৰ মুখলৈ চাই দেখে, ভিতৰৰপৰা দুৱাৰত খিলি লগোৱা আছে। কোনেও মনে মনে আহি লগোৱা নাইতো? তেন্তে অজ্ঞাতসাৰে তাই নিজেই সেই কাম কৰিছে? পাৰবীনে খিলি-ডাল গুচাই দুৱাৰখন খুলি কামকৰা ল'ৰাটোক মাতিলে, "অজিত, ভাত খালি নে?"

"মই অকলে কি খাম বাইদেউ, খিলি মাৰি আপুনি শুই থাকিল, চাৰো অফিচৰপৰা নাহিল। মোৰ বেয়া লাগে নহয়? চাহ খাই বহি আছো।"

"তেন্তে অতনুও নাহিল? ঠিকেই আছে। তয়ে ভাত খা। মই আজি নাখাওঁ।"

"আজি 'ৰোজা' ৰাখিছে নেকি বাইদেউ?"

"অঁ ৰোজা।" —পাৰবীনে এনেয়ে কলে। কিন্তু তাইৰ ভাব

হ'ল অতনু এতিয়াও অহা নাই কিয় ? তাইৰ ওপৰত কিবা খং উঠিল নেকি ? তাইৰ কিন্তু বেছিকৈ বেয়া লাগিছে অতনুৱে গণেশ দেৱতাক অৱজ্ঞা কৰা দেখি। পাৰবীন গণেশৰ মূৰ্ত্তি থকা কোঠা-লৈকৈ গ'ল ; কিন্তু সৰ্বনাশ তাত এটাও যে মূৰ্ত্তি নাই! বেদীখন খা কোনে নিলে'! পাৰবীনে চিঞৰি উঠিল, "অজিত, অজিত!"

"গৈছো বাইদেউ।" অজিত দৌৰি আহিল।

"এই মূৰ্ত্তিবোৰ কোনে নিলে অজিত ?"

"এ, নকব বাইদেউ। চাবৰ যে আজি কিছুদিনৰ পৰা কি হৈছে ? পূজা সেৱাৰ নামেই শুনিব নোৱাৰে। তাতে কালি মূৰ্ত্তি কেইটা মোক পেলাই দিবলৈ কোৱাত মই সেৱা এটা কৰি ৰঙাপুৰত উটাই দি আহিছো।"

"বৰ বেয়া কাম হ'ল অজিত! বৰ বেয়া কাম হ'ল! মূৰ্ত্তি কেইটাইতো একো দোষ কৰা নাছিল ? হে বাবা গণেশ!" এই বুলি কৈ পাৰবীন হতাশ ভাৱে বহি পৰিল।

পাৰবীনৰ মনত ভয় হ'ল। এতিয়ালৈ অতনু অহা নাই কিয় ? গণেশক সেৱা কৰিবলৈ কোৱাৰ কাৰণেই ইমান খং নে ? জ্যোতিষীয়ে কোৱা মতে সঁচাকৈয়ে গণেশ আমাৰ প্ৰতি বিতুষ্ট নেকি ? আকৌ তেওঁক যদি সন্তুষ্ট কৰিব পৰা যায়, তেন্তে আমাৰ মনোবাঞ্ছা পূৰ্ণ হ'ব নেকি ? কিন্তু তেওঁক সন্তুষ্ট কৰিব কোনে ? অতনুৱে গণেশ বাবাৰ নামকে নুশুনে। তেনেহলে আৰু কোন থাকিল ?

পাৰবীনে অস্থিৰ ভাৱে আলমাৰি খুলি ভাৰগধা কেচুৰ্বাৰ কাৰণে গুঁথি থোৱা পোছাকবোৰ উলিয়ালে। সাজবোৰ হাতেৰে জিলিকি বিদাৰি চাই ভাবিলে, "কিমান আশা কৰি অতনুৱে উলিয়ালি কিনি আনিছিল! এই আশা গণেশবাবাই পূৰ্ণ কৰিবনে ?"

পাৰবীন আৰু বৈ থাকিব নোৱাৰিলে। তাই আলমাৰিটো

মেখেলা-চাদৰ পিন্ধি অজিতক কলে, "অতনু আহিলে কবি মই গণেশ মন্দিৰলৈ গৈছো বুলি।"

পাৰবীন বিন্ধা এখনত উঠি সঁচাসঁচিকৈয়ে গণেশ মন্দিৰলৈ গ'ল। তাই কোনো দিনে নেদেখা গণেশ মূৰ্ত্তিটোৰ আগত থিয় হৈ কি কৰিব কি নকৰিব বুলি ভাবি বহুসময় বৈ থাকিল। কিন্তু অজ্ঞানিতে তাই মূৰ্ত্তিৰ আগত আঠু ললে। সেই সময়ত তাইৰ মুখখন উজ্জ্বল হৈ পৰিছিল আৰু গাল দুখনিৰে বাগৰি আহিছিল তপত চকুলো।

———